# ইত্যাদি

দহটা গল্পৰ সংকলন



সম্পাদনা

জয়ন্ত মাধৱ বৰা

ইত্যাদিৰ প্ৰকাশন আঁচনি

ইত্যাদি ☐ কলিয়াবৰ

**ইত্যাদি** ঃ দহটা গল্পৰ সংকলন। সম্পাদনা জয়ন্ত মাধৱ বৰা

*প্ৰকাশক* ঃ ইত্যাদি, কলিয়াবৰ, নগাঁও।

*প্ৰথম প্ৰকাশ* ঃ অসম সাহিত্য সভাৰ বোকাখাত অধিৱেশন, ১৯৯৬ চন।

*বেটুপাত* ঃ ধ্ৰুৱ ডেকা

*ছপাশাল* ঃ শৰাইঘাট প্ৰিণ্টাৰ্ছ, গুৱাহাটী-৩

*মূল্য* ঃ ৪০.০০ টকা মাত্ৰ

*প্ৰকাশন সমিতি (১৯৯৬ চন)*

প্ৰদীপ মোহন (উপদেষ্টা)

ৰানা কাকতি (সভাপতি)

পল্লৱ প্ৰাণ গোস্বামী (সম্পাদক)

দুলাল চন্দ্ৰ বৰুৱা,

অনন্ত বৰুৱা,

জিতেন শইকীয়া (সদস্য)

জয়ন্ত মাধৱ বৰা (সংকলন সম্পাদক)



*কৃতজ্ঞতা ঃ*

কেশৱ মহন্ত, প্ৰদীপ মোহন, বিকাশ বৰা, ধ্ৰুৱ ডেকা, দেৱব্ৰত দাস, শীলভদ্ৰ, ডঃ নগেন শইকীয়া, অপূৰ্ব শৰ্মা, কামাখ্যা সভাপণ্ডিত, যতীন্দ্ৰ কুমাৰ বৰগোহাঞি, প্ৰফুল্ল চন্দ্ৰ বৰা, নৱনীতা গগৈ, মৃদুল বৰুৱা, অৰূপা পটঙ্গীয়া কলিতা, ফুল গোস্বামী, মিহিৰ দেউৰী, উৎপল দত্ত।

# ইত্যাদিৰ বিষয়ে ইত্যাদি

এটা গল্প সংকলন কেলৈ? আৰু এটা স্বেচ্ছাসেৱী অনুষ্ঠানৰ প্ৰকাশনত? প্ৰথমতে সংকলনটো গল্পৰ হোৱাৰ কৈফিয়ৎ। সিদিনা অৰবিন্দদাৰ কিতাপৰ দোকানলৈ যাওঁতে ক'লে, হেনো গোসাঁয়ে মঙ্গল চাই বিধান দিলেহে দান দিবলৈ ধৰ্মপুথি কিনিবলৈ যায় অসমীয়া মানুহ। সপোনত দেখি উপহাৰ দিবলৈ দুই-এজন। আৰু মাঘৰ পৰা বহাগলৈ 'জোনাক ভৰা জ্যোৎস্না' জাতীয় কিতাপৰ ক্ৰেতা। আচলতে অসমীয়া মানুহে কিতাপ নিকিনে বুলি থকা পুৰণি অভিযোগটো। পিছে বছৰি বাঢ়ি অহা গ্ৰন্থমেলাবোৰে এই অভিযোগটো কিছু খণ্ডন কৰিছে নেকি? প্ৰকাশিত হ'বলৈ ধৰিছে নতুন নতুন কিতাপ। ভিন্ন মেজাজ আৰু মাত্ৰাৰে। আনকি কবিতাৰ কিতাপো প্ৰকাশিত হৈছে চকুত লগা হাৰত। বাহিৰত নন্-ফিকশ্বন্ জাতীয় কিতাপৰ জোৱাৰ উঠিছে যদিও অসমীয়াত উপন্যাসজাতীয় কিতাপৰে চাহিদা অধিক। বিশ্ব সাহিত্যত ছুটিগল্প এক শক্তিশালী মাধ্যমৰূপে স্বীকৃত যদিও অসমীয়া সাধাৰণ পাঠকৰ বাবে ইয়াৰ আকৰ্ষণীয়তা তুলনামূলকভাৱে কম। অথচ ছুটি গল্পয়েই ধৰি ৰাখে

নিৰ্মোহ সাম্প্ৰতিক। অৱশ্যে এই কথা সত্য যে গুণগত ভাৱে অসমীয়া কবিতা ভাৰতীয় প্ৰেক্ষাপটত যিমানদূৰ আগুৱাই গৈছে, অসমীয়া গল্পই সিমানদূৰ পৰা নাই। এই পৰিবেশতে আমিও এখেও মাৰি চাবলৈ আগুৱাই আহিলো। কেইজনমান প্ৰতিষ্ঠিত গল্পকাৰৰ দুচকুৰে ধৰি ৰাখিম এই সময়! সহৃদয় অসমীয়া পাঠকৰ মনোযোগ আকৰ্ষণৰ স্পৃহাও বুকুত দুৰু দুৰু।

এইবাৰ আমাৰ অনুষ্ঠান প্ৰকাশক হোৱাৰ কথা। কলিয়াবৰতে কৰি আছিলো কিছু কাম। নামটোৰেই আমাৰ কৰ্মক্ষেত্ৰৰ ইংগিত দিছে বুলি ভাবিছোঁ। আবৃত্তি-তৰ্ক প্ৰতিযোগিতা, কবিতা, আলোচনী, একাংকিকা, বৃক্ষৰোপণ ইত্যাদি। গতিকে গল্প সংকলন প্ৰকাশো তাৰ মাজৰে এটা 'কমা'। অৱশ্যে এই 'কমা'টোৰ মূলতে শ্ৰদ্ধেয় প্ৰদীপ মোহনদেৱৰ প্ৰকাশন ব্যয়ৰ সিংহভাগ আদায়ৰ প্ৰতিশ্ৰুতি আৰু বহুমূলীয়া পৰামৰ্শ। লগতে আমাৰ সমূহ সদস্য-সদস্যাৰ এক উশাহৰ উৎসাহ আৰু শুভাকাংক্ষীৰ প্ৰেৰণা। কেশৱ (মহন্ত) দাৰ সহায়ৰ কথা নকলোৱেইবা! গতিকে সকলোৰে ঐকান্তিক চেষ্টাৰ ফলশ্ৰুতি এইবছৰৰ (১৯৯৬) 'ইত্যাদি'ৰ প্ৰথম কাৰ্য্যসূচী, জয়ন্ত মাধৱ বৰাচাৰৰ সম্পাদনাত এই সংকলন ঃ ইত্যাদি।

শেষত নতশিৰ হৈছো পঢ়ুৱৈৰ মৰম আৰু আশিস্ বিচাৰি।

**পল্লৱ প্ৰাণ গোস্বামী**

*সম্পাদক, ইত্যাদি ঃ কলিয়াবৰ,*

# কিছু গদ্য অথবা

# সম্পাদকৰ বিক্ষিপ্ত চিন্তা ঃ

- প্ৰায় সকলোৰে জীৱন এতিয়া হৈ পৰিছে বাতৰি কাকত সৰ্বস্ব। চৌপাশে নিতৌ কতযে ৰোমঞ্চকৰ ঘটনা! কাকতত তাৰ সৰস বৰ্ণনা। হয়তো কিছু অতিৰঞ্জিত। হয়তো ৰাজনৈতিক মুনাফা আদায়ৰ ব্যৰ্থ চেষ্টা। তথাপিও বাতৰি কাকত মেলিলেই একোটা গল্প, এখন উপন্যাসৰ দৰেই একো একোটা ঘটনা নিতৌ। বোধহয় সেইবাবেই মানুহে নতুনকৈ এটা গল্প বা এখন উপন্যাস পঢ়াৰ আকুলতা অনুভৱ নকৰা হৈছে। তাৰ মাজতে আছে ভি ডি অ' আৰু টি ভি ৰ অহৰহ আক্ৰমন। তেনেহ'লে কি গল্পৰ ভৱিষ্যত অন্ধকাৰ?

- নহয়।।

- গল্প বাতৰি কাকতৰ সংবাদৰ বহল ৰূপ বা আধুনিক কালৰ কোনো নিগনি চঞ্চল ঘটনাৰ এক বিক্ষিপ্ত ৰচনা নহয়। গল্পৰ এক নিজস্ব সনাতন ধৰ্ম আছে। সত্যৰ অহৰহ অনুসন্ধানেই হ'ল সাহিত্যৰ মূল লক্ষ্য আৰু ক্ষুদ্ৰ পৰিসৰৰ ভিতৰতে হ'লেও সেই সত্যানুসন্ধানেই হ'ব লাগিব চুটিগল্পৰো লক্ষ্য।

  যুগে যুগে গ্ৰন্থই জীৱনৰ যিটো শ্ৰেষ্ঠ, যিটো বৰণীয়, যিটো সুন্দৰ, তাৰ প্ৰতি মানুহক আকৰ্ষিত কৰিছে।

  (চন্দ্ৰপ্ৰসাদ শইকীয়া)

- সত্যৰ এই অনুসন্ধানৰ বাবেই চুটিগল্প জীয়াই থাকিব, মানুহৰ বিষয়ে মানুহৰ ধাৰণা, সত্য আৰু সুন্দৰৰ প্ৰতি মানুহৰ যি জাগতিক স্পৃহা, তাৰবাবেই মানুহে কিতাপ পঢ়িব।

- মই নাজানো— কাইলৈ ফুলপাহ ফুলিবনে নুফুলে, মই নাজানো তাৰ সুগন্ধ বিয়পি পৰিবনে নপৰে, মই নাজানো কাইলৈ বতাহ ব'বনে নবয়— পোহৰ হ'বনে নহয়— মই একো নাজানো। মই কেৱল আশা কৰোঁ— মই আশাকৰাৰ দৰেই ঘটনাবোৰ ঘটিব। আমি কেৱল আশা কৰিব পাৰোঁ— বাট চাব পাৰোঁ।

(মিত-ভাষ ঃ ড° নগেন শইকীয়া)

- আমিও বাট চাই আছো শুভদিনৰ শুভবাৰ্তা কঢ়িয়াই আনিব সাহিত্যই, গল্পই আৰু মানুহৰ বুকুত গভীৰৰ পৰা আৰু গভীৰলৈ প্ৰোথিত কৰিব ভালপোৱাৰ শিপা।
- শেষত মোৰ সকলো ত্ৰুটি-বিচ্যুতি আৰু সীমাবদ্ধতাৰ বাবে ক্ষমা বিচাৰিলো।

১৬ ফেব্ৰুৱাৰী ১৯৯৬

৩ ফাগুন ১৯১৭ **জয়ন্ত মাধৱ বৰা**

# ইত্যাদিক সজাইছে

- শীলভদ্র
- ড০ নগেন শইকীয়া
- অপূৰ্ব শৰ্মা
- দেৱব্ৰত দাস
- যতীন্দ্ৰ কুমাৰ বৰগোহাঞি
- কামাখ্যা সভাপণ্ডিত
- প্ৰফুল্ল চন্দ্ৰ বৰা
- নৱনীতা গগৈ
- ফুল গোস্বামী
- জয়ন্ত মাধৱ বৰা

# শীলভদ্র

# তৰ্পণ

প্ৰথমে মোহন চৌধুৰীৰ মনত আনন্দৰ সঞ্চাৰ হৈছিল। অনিৰ্বচনীয় আনন্দ। তেওঁৰ নুমলীয়া ভায়েকজনে প্ৰায় দহ বছৰমানৰ মূৰত আমেৰিকাৰ পৰা ঘৰলৈ আহিব বুলি জনাইছে। ইচ্ছা থাকিলেও তৎক্ষণাৎ আহিব নোৱাৰে। তেওঁ নিজে তাত দায়িত্বপূৰ্ণ কাম কৰে, ল'ৰা-ছোৱালীয়ে স্কুল-কলেজত পঢ়ে। তাৰ উপৰি অহা-যোৱাৰ খৰচো কম নহয়।

মোহন চৌধুৰীয়ে তেওঁৰ এই নুমলীয়া ভায়েকজনক এক বেলেগ ধৰণে মৰম কৰে। অনুকম্পা মিহলি মৰম। বেচেৰা। দেউতাকে মনত সঞ্চাৰ কৰা চেনেহ আৰু নিৰাপত্তাৰ ভাব যে কেনেকুৱা সেইবোৰ বুজি পোৱাৰ আগতেই তেওঁৰ দেউতাকৰ মৃত্যু হয়। মোহন চৌধুৰীয়ে ককায়েকৰ লগতে দেউতাকৰো ভূমিকা লোৱাৰ চেষ্টা কৰিছিল। দুই ভিন্ন ধৰণৰ অনুভূতি মিশ্ৰিত হৈ এক জটিল তীব্ৰ সংজ্ঞাহীন অনুভূতি। তেওঁৰ কেতিয়াবা আশংকা হয় যে এই অনুভূতিয়ে উত্তৰ জীৱনত তেওঁৰ ভায়েকৰ ওপৰত কিবা অবাঞ্ছিত প্ৰভাৱ বিস্তাৰ নকৰেতো। দূৰত-আছে, ভালেই আছে। তেওঁৰ প্ৰতিটো ভংগীয়ে ককায়েকৰ অনুচ্চাৰিত সমৰ্থন পাইছে নে নাই সেই সম্বন্ধে সচেতন হৈ থাকিব নালাগে। কুশলৰ বিদেশত থকাৰ সিদ্ধান্ত এটা অতি উপযুক্ত সিদ্ধান্ত। চৌধুৰীয়ে ভাল পাইছে।

কেতিয়াবা অতি তুচ্ছ ঘটনাও মোহন চোধুৰাৰ মনত পৰে। তেওঁ পঢ়ি থকা অৱস্থাতো পূজাৰ বন্ধ বা গৰমৰ বন্ধত সৰুসুৰা ঠিকাৰ কাম কৰিছিল। লোকেল বোৰ্ডৰ কাম। বি, এচ্-চি পাছ কৰি বহি থকা সময়ৰ কথাই বোধহয়। তেওঁ সত্ৰশালত মাটিৰ কাম কৰি আছিল। আগদিনা কাম চাবলৈ গৈছিল। পঁচিশ মাইল বাট চাইকেল মাৰি গৈ কাম-কাজ চাই মহৰীজনক নিৰ্দেশ দি ৰাতিটো সম্বন্ধীয় মানুহ এঘৰৰ তাত থাকি পিছদিনা উভতি আহিল। ঘামিজামি ৰঙাচঙা পৰি হেঁপাই-ফোঁপাই দুপৰীয়া তেওঁ ঘৰ পালে।

"বাপ্‌ৰে মৰি গ'লো। ঠাণ্ডা পানী খাব লাগিব। এগিলাচ পানীৰে একো নহয়।"

চৌধুৰীয়ে বাৰাণ্ডাত উঠি এনেয়ে কথাষাৰ ক'লে। কুশল তৎক্ষণাৎ ওচৰৰ পৰা আতৰি গ'ল। অলপ পিছতে দুই হাতেৰে কাঁহৰ গিলাচত দুই গিলাচ পানী লৈ উপস্থিত। কিমাননো তেতিয়া তাৰ বয়স? খুব বেছি দহ।

কুশলে তেওঁলোকৰ পৰিয়ালৰ আগৰ স্বচ্ছল অৱস্থাৰ কথা নাজানে। মেৰামতি নোহোৱা আগৰ ডাঙৰ ঘৰবোৰেই তাৰ একমাত্ৰ সাক্ষী আছিল। ভালেই হৈছে। বৰ্ত্তমান অৱস্থাৰ লগত তুলনা কৰি চোৱাৰ প্ৰশ্ন নাই। এক বিস্মৃত অপ্ৰচলিত জীৱনধাৰা। আগতে ঘৰখন মানুহেৰে ভৰি আছিল। আত্মীয়-স্বজন, আশ্ৰিত পোষ্য, চাকৰ নোকৰ। ৰান্ধনি আছিল বিহাৰৰ ব্ৰাহ্মণ, সঞ্জয় মিছিৰ,. মোহিত মিছিৰ, পল্টু মিছিৰ। এবাৰ আছিল মহাদেৱ বুলি এজন, মহাদেৱ ঠাকুৰ। ইমানবোৰ মানুহৰ ভাত ৰান্ধিবলগীয়া হোৱাত সি কেইদিনমান পিছতে পলাল।

ৰাতিৰ সাজ ৰন্ধাৰ কাৰণে জা-যোগাৰ দিয়া হৈছে। কিন্তু মহাদেৱ ঠাকুৰ নাই। সুকমই অৰ্থাৎ সুখময়ীয়ে কাম কৰা মানুহ সীতাৰামক ক'লে, "যা, ঠাকুৰক ডাকে আন। এলায় না ধৰলে ৰাতি দেখোন নিশা ৰাতি হ্‌ইবে। ছাওয়াগুলা কোনবেলা খাইবে?" ক'ত মহাদেৱ ঠাকুৰ? আছে নেকি ক'ৰবাত কাৰোবাৰ লগত আড্ডা মাৰি? নাই, ক'তো নাই। তাৰ বস্তুবাহানি, কাপোৰ-কানি? নাই। নাই? বস্তবাহানি লৈ মানুহ এজন ওলাই গ'ল, কোনেও নেদেখিলে? ঘৰত ইমানবোৰ মানুহ!

ইমান দিনৰ মূৰত মোহন চৌধুৰীৰ সুখমইৰ কথা স্পষ্ট মনত পৰিছে। শক্তি সমৰ্থ আদহীয়া মহিলা। দুই চাৰিজন বলবান মতা মানুহক অকলেই শায়েস্তা কৰাৰ শক্তি আছিল। ৰন্ধাৰ বাহিৰে ৰান্ধনি ঘৰৰ সকলো কাম তেৱেঁই কৰিছিল। ৰাতিপুৱা কাম আৰম্ভ হয় আৰু বস্তুবাহানি ধুই মচি থানথিত লগাওঁতে ৰাতি বাৰ বাজি যায়। তেতিয়াৰ দিনত গুৰি মছলা ব্যৱহাৰ কৰা নহৈছিল। ইমানবোৰ মানুহৰ ৰান্ধোনৰ কাৰণে পটাত হালধি মছলা পিহাটোৱেইতো এটা ডাঙৰ কাম। সুকমইৰ মাতবোল আছিল হুঁটা আৰু খোজকাটল, ভাৱভংগী আছিল সম্পূৰ্ণ লাৱণ্যবিহীন। তেওঁৰ নিজৰ বুলিবৰ নো কোন আছিল? আত্মীয়স্বজন, ল'ৰা-ছোৱালী? চৌধুৰীয়ে কোনো দিনেইতো কাকো দেখা নাছিল, কাৰো কথা শুনাও নাছিল। সুকমই এতিয়াও জীয়াই আছে

নে? অসম্ভৱ কথা। মোহন চৌধুৰীৰ নিজৰেই যোৱাৰ সময় হৈছে। হৈছে কি? পাৰ হৈ গৈছে। কুশলৰ কথা কওঁতে সুকমইৰ কথা কেনেকৈ আহে? সুকমইক কুশলে অত্যন্ত ভয় কৰিছিল। ওচৰত আহিলে আতংকত চিঞৰি উঠিছিল। সুকমই অৱশ্যে সৌন্দৰ্যৰ প্ৰতীক নাছিল।

## (দুই)

জীৱনযাত্ৰাত বিভিন্ন সহযাত্ৰী ক'ত যে কোন থাকি গ'ল, কোন যে ক'ত হেৰাই গ'ল ভাবিলে মনত এক অদ্ভুত ভাবৰ উদয় হয়। মোহন চৌধুৰীৰ কিমান বিচিত্ৰ ধৰণৰ মানুহৰ কথা মনত পৰে। অজ্ঞাতসাৰে জীৱনত কাৰ কি প্ৰভাৱ পৰিছে তাকেই তেওঁ বিশ্লেষণ কৰাৰ চেষ্টা কৰে। তেওঁক চিগাৰেট খাবলৈ শিকাইছিল অৱনী বোসে। ৰংপুৰ কাৰমাইকেল কলেজত পঢ়ি থকা সময়ত চৌধুৰী আৰু বোস গোপাললাল হোষ্টেলত আছিল। চৌধুৰীয়ে বি, এচ্-চি, আৰু অৱনীয়ে বি-এ পঢ়িছিল। চৌধুৰীয়ে কোনো দিনাই অৱনীক ক্লাছলৈ যোৱা দেখা নাছিল। যাব কেনেকৈ? এনেকৈ শুব পৰা মানুহ চৌধুৰীয়ে কাহানিও দেখা নাই। শুই থকা মানে এনেয়ে বিছনাত পৰি থকা নহয়; গভীৰ নিদ্ৰা। যিকোনো সময়ত দুপৰীয়া, আবেলি, গধূলি, গভীৰ টোপনি। সাৰ পালে মাজে মাজে অৱনীয়ে কবিতা লিখিছিল, অৱশ্যে বঙালী ভাষাত। আধুনিক কবিতা। চৌধুৰীয়ে যদিও মাথা-মুণ্ড একো বুজি পোৱা নাছিল তথাপিও কবিতাবোৰত তেওঁ এক তীব্ৰ যন্ত্ৰণাৰ আৰ্তনাদ শুনা পাইছিল। তেওঁ ভাল বুলিয়েই শলাগ লৈছিল। ইতিমধ্যে সম্ভ্ৰান্ত বঙালী আলোচনীত অৱনীৰ কবিতা ছপা হৈ ওলাইছে।

হোষ্টেলৰ কাৰো লগতে অৱনীৰ ঘনিষ্ঠতা নাছিল। তেওঁৰ কোঠাত থকা অইন ছাত্ৰবোৰৰ সৈতেও তেওঁ বৰ বেছি কথা-বতৰা কোৱা নাছিল। ক'ব কেতিয়া? বাকীবোৰে যেতিয়া কলেজলৈ যায় তেওঁ তেতিয়াও নিদ্ৰামগ্ন। মোহন চৌধুৰীৰ লগত অৱনী বোসৰ কথা-বতৰা আৰম্ভ হয় চহৰৰ জোতাৰ দোকান এখনত, হোষ্টেলত নহয়। কলেজখন চহৰৰ পৰা চাৰি মাইলমান দূৰত। সামান্য কিবা বস্তু লাগিলেও চহৰলৈ যাব লাগিছিল। কিবা কাৰণে কেইদিনমানৰ কাৰণে কলেজ বন্ধ। চৌধুৰীয়ে ঘৰৰ পৰা এপাক মাৰি অহাটোৱে ঠিক কৰিলে। যোৱা-অহা একো কথাই নহয়। তিনি ঘণ্টামানৰ ট্ৰেইন যাত্ৰা। তিনিটামান ষ্টেচন পাৰ হ'লে লালমণিহাট জংচন, তাৰ পিচত গোলকগঞ্জ। বচ্ আৰু নো কিমান দূৰ?

মোহন চৌধুৰীয়ে ঘৰলৈ যোৱাৰ আগতে কুশলৰ কাৰণে এযোৰ জোতা কিনিবলৈ চহৰলৈ গৈছিল। জোতাৰ দোকানত অৱনীও আছিল। তেওঁ এযোৰ চেণ্ডেল কিনিবলৈ গৈছিল। অৱনীয়ে খুব আগ্ৰহ সহকাৰে চৌধুৰীৰ হাতৰ পৰা সৰু জোতাযোৰ লৈ ঘূৰাই ফিৰাই চাবলৈ ধৰিলে।

"এইযোৰ কাৰ কাৰণে?"

"মোৰ ইয়ংগেষ্ট ব্ৰাদাৰজনৰ কাৰণে।"

"কিমান বয়স? সাত বছৰমান?"

"ঠিক ধৰিছা। ছবছৰ পাৰ হৈ সাতত পৰিছে।"

"ডু ইউ লাভ হিম?"

এইটো আৰু কেনেকুৱা প্ৰশ্ন? চৌধুৰীয়ে অলপ হাঁহিলে মাত্ৰ।

তেতিয়াৰ পৰা চৌধুৰীৰ লগত অৱনী বোসৰ ঘনিষ্ঠতা। অৱনীয়ে চৌধুৰীৰ লগত কথা পাতে, কেতিয়াবা কোঠাৰ পৰাও তেওঁক মাতি লৈ যায়; টোপনিৰ পৰিমাণো কম হৈছে নেকি?

বহুত দিনৰ মূৰত অৱনীয়ে চৌধুৰীক কৈছিল : "মাজুপেহীৰ ডাঙৰ ছোৱালীৰ বিয়া। পেহী কলিকতাৰ উপকণ্ঠত থাকে। মাৰ হঠাতে খুব জ্বৰ উঠিল। কোনোবা এজন নগ'লে কথাষাৰ বেয়া হয়। দেউতাই মোক ক'লে, 'যা। তয়েই যা।' মোৰ নুমলীয়া ভাইটো মোৰ খুব অনুগত। সিও মোৰ লগত যাবলৈ জেদ ধৰিলে। কলিকতা চাব। কান্দিকাটি হুলস্থুল। কোনোৰকমে তাক মান্তি কৰাব নোৱাৰি। মই খণ্ডতে তাকো লগত ল'লো। 'ব'ল, কিমান কলিকতা চাৱ চাবি। লাগিলে তাতেই তোক থৈ আহিম।' তই ৰবি ঠাকুৰৰ 'দেৱতাৰ গ্ৰাস' পঢ়িছ?"

"পঢ়িছো।"

"কলিকতাত ট্ৰাম দেখি তাৰ মহা স্ফূৰ্তি। ট্ৰামত উঠিব বুলি জেদ ধৰিলে। ৰাস্তা পাৰ হ'বলৈ যাওঁতে কোনফালৰ পৰা মিলিটাৰি ট্ৰাক এখনে তাক চেপিবলৈ পালে তৰ্কিবই নোৱাৰিলো। কচোন ক, মই লগত থাকোঁতে এইটো কেনেকৈ হ'বলৈ পালে?"

অৱনীয়ে কান্দিবলৈ ধৰিলে। চৌধুৰী মনে মনে ৰ'ল। অৱনীয়ে নিজকে চম্ভালি ল'লে।

"তাৰ আঠ বছৰ হৈছিল মাত্ৰ। জাষ্ট এইট্ ইয়াৰচ্। সি মৰি থাকিল আৰু মই বি-এ, এম-এ পাছ কৰি ডাঙৰ অফিচাৰ হ'ম। কোনো মানে হয়?"

অৱনীয়ে দিনটো প্ৰায় শুয়েই থাকে। শুই থাকিলে তেওঁ বোধহয় বহুতো কথা পাহৰি থাকিব পাৰে। ভায়েকজনৰ লগত কথা পাতে, বল খেলে। অৱনীৰ কি হ'ল চৌধুৰীয়ে নাজানে। বি-এ পৰীক্ষাৰ আগে আগে হঠাতে অৱনী গুচি গ'ল। তাৰ পিছত মোহন চৌধুৰীৰ লগত কোনো যোগাযোগ নাই।

## (তিনি)

এক দশকৰো বেছি সময়ৰ ব্যৱধানৰ অন্তত তেওঁলোক ওচৰা ওচৰিকৈ বহি আছে। মোহন চৌধুৰী আৰু কুশল চৌধুৰী। দুজন অপৰিচিত ব্যক্তি। ইজনৰ সিজনক ক'বলগীয়া কোনো কথাই নাই। কোৱাৰ চেষ্টা কৰিও লাভ নাই। নিষ্ফল অনুশীলন। কোনেও কাৰো কথা বুজি নাপায়।

তেওঁলোকে একেলগে অতীততহে থাকিব পাৰে। পৰস্পৰৰ ওচৰলৈ আহিবলৈ হ'লে আকৌ অতীতলৈহে উভতি যাব লাগিব। তেতিয়াহে সুখ-দুখ আনন্দ-বেদনাৰ সমান অংশীদাৰ আছিল। অনুভূতিবোৰো তেতিয়া আছিল উমৈহতীয়া।

এতিয়া একমাত্ৰ চিঠিৰে যোগসূত্ৰ ৰখা সম্ভৱ। মোহন চৌধুৰীয়ে যেতিয়া চিঠি লিখে তেতিয়া তেওঁ সমুখত বহি থকা এই ভব্য-গব্য ভদ্ৰলোকজনলৈ চিঠি নিলিখে, তেওঁ তেওঁৰ নুমলীয়া মৰমৰ ভায়েক কুশললৈ চিঠি লিখে। কিন্তু এওঁক তেওঁ কি ক'ব? ক'বলৈ কথা একো নাই। উভতি যোৱাৰ পিছত আকৌ তেওঁ কুশললৈ চিঠি লিখিব। নিঃসংকোচে মনৰ কথা খুলি ক'ব।

চৌধুৰীয়ে ঠিক কৰিলে যে মনত থাকোঁতে থাকোঁতে কুশলক এই ধৰণৰ এখন চিঠি লিখিব লাগিব ঃ

"এটা কথা কৈ থওঁ। মোৰ মৰাৰ খবৰ পালে হুলস্থূল কৰি লৰৰি নাহিবি। তই আহি পাৱ মানে সকলো শেষ হ'ব। মোক দেখাও নাপাবি আৰু আচলতে তোৰ কৰিবলগীয়ানো কি আছে? কেৱল এটা ভংগী, এটা নিৰৰ্থক ভংগী। বৰং অলপ সময় উলিয়াই পুৰণি দিনৰ কথা অলপ চিন্তা কৰিবি। মনত আছেনে তোৰ? অংক ভুল কৰা কাৰণে তোৰ অংকৰ বহীখন দলি মাৰি দিছিলো। বৰ বেয়া কাম কৰিছিলো। সেইবোৰ কথাকে ভাবিবি। তেতিয়া হয়তো অজ্ঞাতে তোৰ চকুৰ পৰা দুটোপ পানী নিগৰি পৰিবও পাৰে। সেয়াই হ'ব তোৰ তৰ্পণ।"

ডঃ নগেন শইকীয়া

# হঠাৎ চলন্ত ৰেলত

আঃ এনেকৈয়ে হঠাৎ দেখা হৈ যাব- তাকো চলন্ত ৰেলত— দুলি আছে ৰেলখন- শব্দ কৰিছে তাহানিৰ সৰু কালতে শুনাৰ দৰে- জগবন্ধু ফটাছাতি- কোনে যে উলিয়াইছিল শব্দ দুটা- কিন্তু শুনোঁতে শুনোঁতে ভাব হৈছে- হয় ঠিক সেইদৰেই কৈ আছে- ৰেলৰ শব্দটো তেনেকৈয়ে কাণত বাজি আছে আৰু ৰেলখন এটা তালত দুলি দুলি প্ৰচণ্ড গতিৰে গৈ আছে— চাঁৎ চাঁৎ কৈ পাৰ হৈ গৈছে দাঁতিৰ গছ-গছনি- এনেকৈয়েতো গৈ আছোঁ- প্ৰতিটো আগৰ মুহূৰ্ত এৰি থৈ- কেতিয়াও ঘূৰি যাব নোৱাৰাকৈ এৰি থৈ— আঃ কেনেকৈ যে এৰি থৈ আহিলোঁ মোৰ ধূলিত বাগৰি থকা শৈশৱ- প্ৰথম প্ৰেমৰ অনুভূতিতে মোৰ প্ৰাক্‌যৌৱন- কেঁচা চাহপাতৰ মৃদু গোন্ধৰ মাজত বকুল ফুলৰ দৰে নিশ্বাস- ক'ত এৰি আহিলোঁ কলঘৰৰ চাহপাতৰ তীব্ৰ গন্ধৰ দৰে মোৰ প্ৰথম যৌৱনৰ মাদকতা- প্ৰচণ্ড গতিৰে এটা তালত দুলি দুলি আহি আছোঁ- খোপনি হেৰাই যাব খোজে- বাৰে বাৰে খোপনি হেৰাই যাব খোজে- কেতিয়াবা চকুৰে সেমেকা কৰি থোৱা মজিয়াত ভৰি পিছলি যাব খোজে- কিমানবাৰ জীৱনৰ বিভিন্ন মুহূৰ্তত খোপনি হেৰাই যাব খুজিছিল- কিন্তু পৰি যোৱা নাই- কৌশলেৰে শৰীৰৰ সমতা ৰক্ষা কৰি বাচি গৈছোঁ আৰু স্বস্তিৰ নিশ্বাস পেলাইছোঁ- আজিও খোপনি ৰক্ষা কৰি থিয় দি হঠাৎ দেখিলোঁ- আচৰিত- তাকো চলন্ত ৰেলৰ টয়লেটৰ আয়নাত- ঠিয় দি আছে চিনাকি যেন লগা মুখ- অনেক দিনৰ মূৰত কিজানি দেখিলোঁ- তেওঁৰ সেওঁতাৰ ওচৰৰ চুলিৰ এচিৰা বগা হৈ গৈছে ষ্টাইলত- চুলি অৱশ্যেই কিছু পাতল হৈছে- মুখত মঙহ ধৰিছে আৰু চকু দুটা সৰু হৈছে- চকুৰ তলত আঁক পৰিছে- কিজানি আজিকালি তেওঁ ড্ৰিংকছ্‌ কৰিবলৈ লৈছে- কিন্তু আগতেতো তেওঁ কেতিয়াও ড্ৰিংকছ্‌ নকৰিছিল- শৰীৰত মেদ বাঢ়িছে- বেছ উচ্চ মধ্যবিত্তৰ চেহেৰা আৰু ঔদ্ধত্যৰ আভাস যেন বিৰিঙিছে- তেওঁৰ ওঠ দুটা যেন সামান্য বিস্ময়ত মেল খাই গ'ল আৰু পিছ মুহূৰ্ততে জিলিকি উঠিল এটা হাঁহিৰ আভাস আৰু ফুচ্‌ফুচাই সুধিলে- বিপুল নহয়নে?

বিজুলীৰ দৰে পাৰ হৈ গ'ল এটা শিহৰণ- বিপুল- বিপুল- বিপুল- বিপুল অঁ- মই বিপুল- পাহৰি আছিলোঁ কিজানি মোৰ এই নামটো- কিমান দিন হ'ল কোনেও মতা নাই- বিপুল- কোনেও ফুচ্‌ফুচাই কোৱা নাই- বিপুলদা- কোনেও ইমান অন্তৰংগভাৱে সোধা নাই বিপুল নহয়নে?

খোপনি হেৰাই যাব খোজে- তীব্ৰ গতিত পাৰ হৈ গৈছে ৰেলখন- সি ক'ত যে কেতিয়া এৰি থৈ আহিল বিপুলক-

ঃ অঁ- হয়। মই বিপুল-

ঃ কি পৰিৱৰ্তন তোমাৰ- মইতো ধৰিবই পৰা নাছিলো- মোৰ মনত তোমাৰ সেই আগৰ মুখখনেই আছিল জানা- সেইযে তোমাৰ চিঠিবোৰত তোমাৰ ডায়েৰীৰ পাতত আৰু তোমাৰ কবিতাৰ বহীত-

মই হাঁহিব খুজিলোঁ- এটা কান্দোনে যেন ডিঙিত সোপা মাৰি ধৰিলে।

ঃ মনত আছেনে- কি ভীষণ উৎকণ্ঠাত পাৰ হৈ গৈছিল এটা সময়- তোমাৰ চকুৰে-মুখে যেন এখন বিষাদৰ ছবি আঁকা আছিল- আঃ কি কোমলতা- তেওঁ হাঁহিবলৈ ধৰিলে আৰু ক'লে- হঠাৎ তোমাক দেখি সেইবাবেই মই প্ৰথমে চিনি পোৱা নাছিলো- ক'ত হেৰুৱালা তোমাক?

মোৰ কাণত বাজিবলৈ ধৰিলে তাৰ প্ৰতিধ্বনি- ক'ত হেৰুৱালা তোমাক- ক'ত হেৰুৱালা তোমাক- মই ক'ত হেৰুৱালোঁ- মই কি হেৰুৱাই আহিলো- খেপিয়াই বিচাৰি চাবৰ মন গ'ল মোৰ বুকু জেপত- তাতেই আছিলনে মোৰ সকলো সম্পত্তি- তাতেই থৈছিলোনে বাৰু মোৰ বেংকৰ হিচাপ- মোৰ চেক্ বুক- মোৰ লকাৰৰ চাবি?

ঃ তুমি যে এনেকৈ সলনি হৈ যাবা মই ভাবিবই পৰা নাছিলো- কি যে কৰিলা তোমাৰ মুখখন-

মোৰ চিঞৰি ক'বৰ মন গ'ল- ক'ত সলনি হৈছো- মইতো একেই আছো- মোৰ নাম বিপুল- তুমি মতাৰ লগে লগে মই ৰেচপণ্ড কৰিছো- তুমি কি সলনি হোৱা নাই? পৃথিৱীৰ কোনটো বস্তু সলনি হোৱা নাই? তোমাৰ শৰীৰ- তোমাৰ পোছাক-পৰিচ্ছদ- আচবাব- ঘৰ-দুৱাৰ, বন্ধু-বান্ধৱ, গছ-গছনি- এই আটাইবোৰ কি একেদৰেই আছে? কোনো পৰিবৰ্তন হোৱা নাই?

ঃ নহয়- নহয়- মই কৈছো ধৰাচোন এই যে তোমাৰ আঙুলিৰ নখ ইমান দীঘলকৈ কিয় ৰাখিছা- এই যে তোমাৰ হাতৰ ঠাৰিৰ নোম- কি ঘন আৰু কুৎসিৎ- এইযে তোমাৰ দাঁত কিযে লেতেৰা আৰু জোঙা- এইবোৰতো তোমাৰ

নাছিল- তোমাৰ চকুত এই মুহূৰ্তত ফুটি উঠা ক্রুৰতা- এইটোতো তোমাৰ মাজত নাছিল মই সঁচাকৈয়ে ক্রুদ্ধ হৈ উঠিলো- কি কয় এই ভদ্রলোকে? এওঁ কি কেৱল মোৰ দোষ-ত্ৰুটি বিচাৰ কৰিবলৈ আহিল- তেওঁ নাজানেনে মই কেনেকৈ এটা সামাজিক প্রতিষ্ঠা লাভ কৰিলো- নাজানেনে কেনেকৈ মোৰ—

ঃ মইতো তোমাৰ সকলো খবৰ ৰাখিছো- তোমাৰ ৰাজনীতিত যোগদান- তোমাৰ সৰু-বৰ উদ্যোগপতিসকলৰ লগত সম্পৰ্ক তোমাৰ ঘৰ-দুৱাৰ-সা-সম্পত্তি-গাড়ী-বাৰী-সকলো খবৰ মই ৰাখিছো। তোমাৰ ল'ৰা আমেৰিকাত— ছোৱালী লণ্ডনত। তোমাৰ স্ত্রী মহিলা সমিতিত- মই সকলো জানো- এই যে এৰোপ্লেনৰ পাইলটৰ ধৰ্মঘটৰ বাবে তুমি ৰেলত আহিব লগা হৈছে, যিটো তুমি সন্মানজনক বুলি ভাবিব পৰা নাই, সেই খবৰো জানো।

মোৰ সঁচাকৈ ভয় লাগিবলৈ ধৰিলে- এই মানুহটোৱে- এই মানুহটোৱে কি মোৰ সকলোবোৰ জানে? ই যদি এইবোৰ কথা বাহিৰত প্রচাৰ কৰি দিয়ে-

তেওঁ মিচিকিয়াই হাঁহি ক'লে- মই তোমাৰ মাজত অনিতাৰ প্রেমিকজনক বিচাৰিছিলো- কি বিশুদ্ধ অনুভূতিত বুৰ গৈ থকা সময়- কি অন্তৰ মথি ওলাই অহা হুমুনিয়াহৰ বতাহ!

তাইৰ মাজত কি আছিল- অথচ এতিয়াও যেন অনুভৱ কৰো- ক'তো আৰু মই পোৱা নাই- আলিয়ে-গলিয়ে ক'তো দেখা নাই, আঃ মোৰ ধন-সম্পত্তি, ঐশ্চৰ্য-বিভূতি এই সকলোবোৰ যেন এতিয়াও মই দলিয়াই দিব পাৰো-

দ্রুতগতিত গৈ থকা ৰেলখন এখন দলঙৰ ওপৰেদি পাৰ হৈ গৈছে- তলত কিজানি এখন নদী বৈ গৈছে- নদী এখনো বৈ গৈছে নহয়নে- সেই যে নদীৰ পাৰৰ সন্ধ্যাবোৰ- দূৰত পাৰ হৈ যোৱা সৰু নাও- পানীৰ ঢৌ- এই সকলোবোৰৰ মাজত বিপুল- উঠি গৈছে সোঁতত তাৰ হাতৰ চাকিটো-মনিব নোৱাৰা হৈ গৈছে- তাৰ জুয়ে যেন তাক এতিয়াহে দগ্ধ কৰিছে- অভ্যন্তৰ জ্বলি গৈছে।

ঃ কিন্তু তুমি কেনেকৈ হেৰুৱালা তোমাক- কেনেকৈ তোমাৰ অতিথিশালাত তুমি-

ঃ নক'বা- নক'বা- নক'বা- মই শুনিব নোখোজো। তেওঁ ক'লে,- তুমি শুনিবই লাগিব- কাৰণ তুমি তোমাৰ প্রতিটো কামৰ বাবে দায়িত্বৰ হাত সাৰিব নোৱাৰা।

মই মানুহটোৰ মুখখনলৈ চালোঁ- বিদ্ৰুপৰ হাঁহি এটা যেন লাগি আছে- মোৰ অসহ্য লাগি গৈছে। কিন্তু মই এওঁক অসন্তুষ্ট কৰা উচিত হ'বনে? মই তেওঁক যদি ইয়াৰ পৰা উলিয়াই দিওঁ? ওহোঁ- মানুহটো যেন- দৃঢ়প্ৰতিজ্ঞ। মই মনত পেলাবলৈ চালো মোৰ এৰি অহা অতীত। ওহোঁ- মই চাব নোখোজো পিছলৈ উলটি- মোৰ দুকোঠলিয়া এটা সৰু ঘৰৰ সংকীৰ্ণ বেৰাৰ মাজলৈ মই ঘূৰি যাব নোৱাৰো- ভাবিব নোৱাৰো- মই কেনেকৈ পাগল হৈ গৈছিলো অনিতাক লৈ- ঘণ্টাৰ পিছত ঘণ্টা অৰ্থহীনভাৱে কেনেকৈ কটাইছিলো- দিনৰ পিছত দিন কেনেকৈ উদ্বিগ্নতা আৰু উত্তেজনাত কটাইছিলো- পৃষ্ঠাৰ পিছত পৃষ্ঠা কবিতা- য'ত কেৱল অনিতাক কেন্দ্ৰ কৰি মোৰ দুখ, মোৰ সুখ, মোৰ আশা, মোৰ কল্পনাই ঠাই উলিয়াই লৈছিল- বন্ধু-বান্ধৱ আনকি জ্যেষ্ঠসকলেও ভাবিছিল- মই আনতকৈ বোধকৰো বেলেগ ক'ৰবাত- নহ'লে কি এনেকৈ আনৰ বুকুত দাগ কাটি যোৱা শব্দ বিচাৰি পাব পাৰো। অনিতাই কৈছিল- তুমি কেতিয়াও কলমটো এৰি নিদিবা। মই বোধকৰো কৈছিলো- তুমি থকালৈকে কলমো থাকিব। - সঁচাকৈ তাইৰ সেই নিৰ্বিশেষ মুখখনত, নিৰ্বিশেষ চকু দুটাত মই কি দেখিছিলো বাৰু? তাতেই যেন আছিল মোৰ একমাত্ৰ আশ্ৰয়। কিন্তু ক'ৰবাত ট্ৰেক্ট বদলি হৈ গ'ল- কেনেকৈ হ'ল মই যেন ক'বই নোৱাৰিলো- অনিতাক ক'ৰবাত এৰি থৈ আহিলোঁ- মোৰ সেই সৰু ঘৰটো- সৰু ঠাইখনৰ লগতে কিজানি এৰি আহিলোঁ। মই আমাৰ বাগিচাৰ সৰু একা-বেঁকা আলিটোৰে ওলাই আহি ডাঙৰ আলিটো পালোহি- তাৰ পৰা আহি পালোহি ছেউনি আলিটো, তাৰ পৰা আহি আহি পালোহি শিল-বালি-লোহা- ইটা-চিমেণ্টৰ অৰণ্য। বাগিচাৰ সেউজীয়া ক'ৰবাত থাকি আহিল- থাকি আহিল সৰু জুৰিটো। মই ঠিয় দিবলৈ যুঁজ কৰিবলৈ ধৰিলো- প্ৰাণহীন শিলৰ টুকুৰাৰ লগত- মোৰ তলুৱাৰ তেজেৰে শিল তিতি গ'ল- মই লাহে লাহে দেখিলো মোৰ সন্মুখৰ পথ- আন্ধাৰ- পিছল- সংকীৰ্ণ- কিন্তু মোৰ এতিয়াৰ ঘৰটোলৈ যোৱাৰ বাটটো সেই ফালেদিয়েই- আৰুতো বাট নাই- তেওঁ-ক'লে,- তুমি নীৰৱ হ'লা কিয়? কোৱা- কেনেকৈ তোমাক হেৰুৱালা অন্ধকাৰ পিছল বাটত- কেনেকৈ?

মোৰ ভয় লাগিল- নক'বা আৰু নক'বা? তুমিয়েই কোৱা- মই কি কেৱল বতাহ খাই জীয়াই থাকিব লাগিব? মই কি কেৱল অনুভূতিৰ জগতত নিৰম্বু উপবাস কৰি কটাব লাগিব? মই কি কেৱল এটা আদৰ্শৰ পিছত দৌৰি ফুৰিব লাগিব? মোৰ কাপোৰ ফাটি যাওক- জোতা এৰাই যাওক- ভৰিৰ গোৰোৱাৰে ওলোৱা তেজেৰে বাট তিতি যাওক- মই কেৱল দৌৰি থাকিব

লাগিব?

তেওঁৰ মুখখন যেন কঠিন হ'ল- মুখৰ হাঁহিটো অন্তৰ্হিত হ'ল আৰু নিৰুত্তাপ সুৰত ক'লে, তোমাক নকওঁ বুলি ভাবিছিলো- কিন্তু ক'বই লাগিব- তুমি নিজেই নাজানা তুমি কেনেকৈ সলনি হৈ গ'লা- তুমি অনিতাক হত্যা কৰি-

নাই কৰা- তাই এতিয়াও আছে- তাইৰ নিজৰ সংসাৰ আছে- স্বামী আছে- ল'ৰা-ছোৱালী আছে-

মনে মনে থাকা- তাইক সেই কোমল মনৰ ছোৱালীজনী যি তোমাক সঁপি দিছিল সকলো- তুমি তাইৰ কাণত অনেক প্ৰতিজ্ঞাৰ কথা কৈছিলা- সেইজনী ছোৱালীক তুমি হত্যা কৰা নাই? তুমি তোমাৰ বন্ধু সকলক প্ৰতাৰণা আৰু হত্যা কৰা নাই ? অজিত, কমল, নৰেশ, বিদ্যুৎ, বিজয় ইহঁতক? কিমান বিশ্বাসেৰে তোমাক সিহঁতে ভৰসা কৰিছিল- কিন্তু তুমি সিহঁতৰ প্ৰত্যেককে প্ৰতিদ্বন্দ্বী বুলি ভাবি হত্যা কৰিলা।

ঃ নাই কৰা- নাই কৰা- সিহঁত এতিয়াও আছে- অজিতে বেংকত কাম কৰে- কমলে স্কুলত- নৰেশে কাছাৰীত-

ঃ মনে মনে থাকা- তুমি তোমাৰ স্ত্ৰীক প্ৰতিদিনে- প্ৰতাৰণা কৰা নাই? অতিথিশালাত তুমি মাজ ৰাতিলৈকে কটাই আহি তোমাৰ স্ত্ৰী প্ৰণীতাৰ আগত কি গল্প তৈয়াৰ কৰা- তোমাৰ বন্ধু-বান্ধৱ, ইষ্ট-মিষ্ট-কুটুম্ব, ল'ৰা-ছোৱালীৰ আগত পিন্ধি থকা তোমাৰ মুখাখন খুলি পেলোৱা- খুলি পেলোৱা- তোমাৰ মুখা-

মই কঁপি উঠিলো ভয়ত- আশংকাত- মই এনেকৈ নগ্ন হ'ব নোৱাৰো আৱৰণহীন হ'ব নোৱাৰো- নোৱাৰো।

ৰেলখনে ট্ৰেক্ট বদলালে- ভীষণ দুলিছে- সোঁ-বাওঁ-সোঁ-বাওঁ কৰিছে- মোৰ খোপনি হেৰাই যাব খুজিছে- তথাপি নিৰ্নিমেষ নয়নেৰে মই চাই আছো- মানুহটোলৈ। অকস্মাত এনেকৈ ই মোক ইমান দিনৰ মূৰত নগ্ন কৰি দিব বুলিতো মই ভবা নাছিলো- কেনেকৈ সোমাই আহিল অকস্মাতে- এই ৰেলত- মই যেতিয়া অকলসৰে আছো- মোৰ কোনো সহকাৰী নাই- মোৰ কৰ্মচাৰী নাই- বাধ্যত পৰি মই অকলসৰে আহিছো আৰু এই মানুহটোৱে মোৰ অসহায়তাৰ সুযোগ লৈ মোৰ গাৰ কাপোৰ এখন এখনকৈ খুলি পেলাব খুজিছে- মোৰ ভিতৰখন তিয়াই পেলাব খুজিছে- কি কষ্টেৰে মই গঢ়ি তুলিছো মোৰ চাৰিওফালৰ প্ৰাচীৰ- সেই প্ৰাচীৰ ভাঙি পেলাব খুজিছে- মোৰ ছালৰ অংশ হৈ

পৰা মুখাখন- মুখা নহয়- মোৰ এতিয়া মুখ- মুখখন আঁজুৰি পেলাব খুজিছে- মই কেনেকৈ জীয়াই থাকি ম- কেনেকৈ? মোৰ কি সচাকৈয়ে দীঘল নখ হৈছে- দীঘল নোম হৈছে গাত- দাঁতবোৰ জোঙা আৰু লেতেৰা হৈছে? -মই কি ভীষণ কুৎসিৎ হৈছো- ? মই কি বিপুল নহয়- বিপুল? মই কঠিন হ'বলৈ ধৰিলো- নাই মই ঘূৰি যাব নোৱাৰো- চাহ গছৰ গন্ধৰ মাজলৈ, বকুলৰ গন্ধৰ মাজলৈ, নদীৰ পাৰৰ সন্ধ্যালৈ, বন্ধ হৈ যোৱা কবিতাৰ বহীৰ মাজলৈ- ভৰি দিলেই কোমল যেন লগা বুকুৰ ভিতৰৰ উপত্যকালৈ- মই ঘূৰি যাব নোৱাৰো। মই মোৰ জেপলৈ হাত নিলো- এই মানুহটোক জীয়াই ৰাখিব নোৱাৰি- পিষ্টলটো টোৱাই ধৰিলো- সি তেতিয়াও হাঁহি আছে- মই ট্রিগাৰত হাত দিলো- সি তেতিয়াও হাঁহি আছে- মই ট্রিগাৰটো হেঁচি ধৰিলো- সি তেতিয়াও হাঁহি আছে- মই চকুমুদি দিলো আৰু নাজানো কোন মুহূৰ্তত খোপনি হেৰুৱাই পেলালো- বোধকৰো এই প্ৰথমবাৰৰ বাবে- প্ৰথমবাৰৰ বাবে- জীৱনত প্ৰথমবাৰৰ বাবে খোপনি হেৰুৱাই পেলালো।

# অপূৰ্ব শৰ্মা

# ইতিবৃত্ত

কোঠাটোৰ দুৱাৰমুখত ঠিয় হৈ পৰ্দাখন খুব সতৰ্কতাৰে সামান্য আতঁৰাই সি বেৰত লাগি থকা পালেঙখনলৈ চালে। পালেঙখন প্ৰায় দুকুৰি বছৰৰ পুৰণি, সৰিয়হ বৰণীয়া, দুইমূৰে ওখ ৰেলিং দিয়া, খুটা চাৰিটা নক্সা কটা। গাৰুত মূৰ দি তেওঁৰ দীঘল দেহটো পালেঙখনত দীঘলকৈ পৰি আছে। তেওঁৰ ক্ষীণ গাত এটা গেৰুৱা ৰঙৰ ফতুৱা, ধুতিখন কোঁচখাই আঠুমূৰীয়া হৈ আছে। তেওঁৰ চকু খিড়িকীৰ বাহিৰত, খিড়িকীৰে পশ্চিম আকাশ দেখা যায়। বিচনাৰ কাষৰ দুখলপীয়া লেম্প্-ষ্টেণ্ডটোৰ তলৰ খাপৰ পৰা তেওঁৰ আহাৰ-সামগ্ৰী আতঁৰোৱা হৈছে। লেম্প্ থোৱা ওপৰখাপত এতিয়া আছে এখন হামান্-দিস্তা; মকৰধ্বজ মাৰি খুৱাই মাই সেইখন তাতে এৰি গৈছে। বিচনাৰ বিপৰীত ফালে বেৰৰ কাষত মূৰ-শিতানৰ পোনে পোনে কেইবাটাও সৰু সৰু দ্ৰৱাৰ থকা নক্সাকটা ফ্ৰে'মত ডিম্বাকৃতি আইনা লগোৱা মাৰ তাহানিৰ যৌতুকৰ গৌৰৱ, সম্প্ৰতি বিবৰ্ণ আৰু বিশৃংখল ড্ৰেছিং টেবুলখনত দৰবৰ বটলবোৰৰ কাষত এটা আধাখালী নঢকা পানীৰ গিলাচ; এইটোও নিশ্চয় মাই পাহৰি এৰি থৈ ওলাই গৈছে। মা এইকেদিন চকুত পৰাকৈ অন্যমনস্ক হৈছে। বস্তু সামৰি ঘৰ চিজিল কৰিবলগীয়া হৈছে যোৱা সপ্তাহত অহা বাইদেৱে।

এক মুহূৰ্তৰ বাবে তাৰ ভাৱ হ'ল, তেওঁ টোপনি গৈছে। সি নিঃশব্দে আগবাঢ়িল; নাই, তেওঁ সাৰে আছে। তেওঁৰ দৃষ্টি খিড়িকীৰে বাহিৰত, পশ্চিম আকাশত। আধাঘণ্টামান আগতে সি তেওঁক অবিকল এই অৱস্থাত এৰি থৈ গৈছিল।

দুপৰীয়াৰ আহাৰ কৰি আহি সি তেওঁ ওচৰত বহিছিল। তেওঁ তালৈ চালে আৰু বাওঁহাতেৰে তাৰ হাতখন ধৰিলে। তেওঁৰ চকু আৰু হাতৰ ভাষাত সি বুজিলে তেওঁ তাক বিশ্ৰাম ল'বলৈ কৈছে। আজি কেইদিনমান তেওঁৰ লগত তাৰ এইদৰেই ভাৱ বিনিময় হৈছে, কাৰণ তেওঁ কথা প্ৰায় বন্ধ কৰিছে। সি তেওঁৰ ধুতিখন আঠুৰ তললৈ টানি দিলে, ভৰিৰ পতা দুখন মোহাৰি দিলে। থিয়

হৈ গাৰুটো তেওঁৰ মূৰৰ তলত ভালকৈ খুৱাই দিলে আৰু দ্বিধাগ্রস্ত হৈ ৰৈ থ্যকিল। মাই তেওঁক আহাৰ খুৱাই ওলাই গৈছিল। তেওঁৰ আহাৰ দুচামুচ বাৰ্লি বা তিনি চামুচ ছুপ্। গোঁসাই ঘৰৰ ঘটত কল্যাণী থানৰ পৰা অনা পদজল লৈ মা সোমাই আহিল, অলপ পদজল লৈ তেওঁৰ মূৰ আৰু মুখত সানি দিলে। তেওঁ বাওঁহাতটো দাঙিলে; মাকক নিৰস্ত কৰিব খুজিলে নে তেওঁকো যাবলৈ নির্দেশ দিলে, ধৰিব পৰা নগল। সি চকুৰে মাকক থাকিবলৈ ইংগিত দিলে। তেওঁ দুৰাৰোগ্য ৰোগত আক্রান্ত; ৰোগৰ নামটোত একধৰণৰ নিষ্ঠুৰতা আছে, যেন ই মৃত্যুৰ সমাৰ্থক আৰু সেয়ে নিষিদ্ধ। যেন তাৰ উচ্চাৰণত মৃত্যু আৰু ঘনিষ্ঠ হৈ উঠিব।

সি ওলাই আহি নিজৰ কোঠাৰ বিচনাত অলপ সময় বাগৰি ৰ'ল। কোঠাটোৰ অৱস্থা চাব নোৱাৰা, কিন্তু তালৈ কাৰো ধ্যান নাই। মাজে মাজে বাইদেৱে ওপৰে ওপৰে বস্তুবোৰ জোকাৰি জাপি ঠিককৈ থবৰ চেষ্টা কৰে, কিন্তু আধা কৰা অৱস্থাতে এৰি থৈ অন্য কামলৈ যায়গৈ। অন্য কিবা এটা অস্পষ্ট চিন্তাই যেন সকলোকে আচ্ছন্ন কৰি ৰাখে, সকলোৱে কামবোৰ আধৰুৱা কৰে, ভুল কৰে, পাহৰি থাকে। অৱশ্যে দৈনন্দিন কামৰ মাজতে নতুন উপৰুৱা কাম ওলায়। খবৰ কৰা মানুহ সময়ে -অসময়ে — বিশ্রাম কৰা সময়ত, কাম কৰাৰ মাজত, ৰোগীৰ পৰিচৰ্য্যাৰ ভিতৰত— আহি ওলায়হি। বেজী দিবলৈ কম্পাউণ্ডাৰ্ আহে (ৰোগীক গ্লুক'জ দি থকা হৈছে)। এপাক চাই যাবলৈ ঘৰুৱা ডাক্তৰ আহে। ক'ৰবাৰ মিটিঙলৈ আহি তেতিয়াই লৰালৰিকৈ ৰোগীক চাই যাবলৈ ব্যস্তভাৱে গাড়ী লৈ নেতা আহে। বিভিন্ন ধৰণৰ আন্তৰিক উপদেশ পোৱা যায়, তাৰে কিছুমান মাৰ উপৰোধত প্রায় লগে লগেই পালন কৰিবলগা হয়; যেনে, কল্যাণী থানত এটা পায়সৰ ভোগ, গাঁৱৰ নামঘৰত এবিৰা শৰাই বা তিনিজন বামুনক নিৰামিষ চাউল সিজোৱা খুউৱা (লগতে মাৰ মনত পৰে যে বছেৰেকীয়া সত্যনাৰায়ণ ভাগ কৰোৱা হোৱা নাই)। দূৰৰ মাহী-পেহী, জেঠাই-মামা বা তেওঁলোকৰ পৰিয়ালৰ কোনোবা খবৰ লবলৈ আহিছে, দুঃখৰ ভাগ লৈছে, এৰাতি থাকি গৈছে আৰু আন্দাজ কৰিবৰ চেষ্টা কৰিছে যে এই অনিশ্চয় সংকটৰ সমাপ্তিলৈ আৰু কিমান দিন! মাহীক যাবৰ সময়ত তামোলৰ টোপোলা বান্ধি দিব লগা হৈছে, জেঠাইক কেতিয়াবাৰে পৰা খুজি থকা ডালিমৰ পুলি এটা তুলি দিব লগা হৈছে আৰু যাবৰ সময়ত ৰোগীয়ে গম নোপোৱাকৈ ষ্ট'ৰ্ ৰুমত সোমাই চকুপানী টোকাৰ পৰা তেওঁলোকক নিৰস্ত কৰিবলগীয়া হৈছে।

কি ভাবি সি কব নোৱাৰে, সি বিচনাৰ পৰা উঠিল আৰু তেওঁৰ কোঠাৰ ফালে আগবাঢ়িল আৰু দেখিলে আধাঘণ্টাৰ পিচতো তেওঁ আকৌ আগৰ দৰেই আকাশ-মগ্ন। সি তেওঁৰ ওচৰত গৈ বহিল। তেওঁ গম পালে, কিন্তু চকু নুঘূৰালে। আজি কেইদিনমানৰ পৰা তেওঁ এইদৰে আকাশৰ মাজত কিবা বিচাৰিবলৈ চেষ্টা কৰিছে। কিন্তু তেওঁৰ মুখ অস্বচ্ছ, গোমা, তাত কোনো প্ৰতিবিম্ব নাই। কেইবছৰমানৰ আগতে এদিন এক আনন্দোচ্ছল বন্ধুৰ দুপৰীয়া ঘৰৰ সম্পূৰ্ণ পৰিয়ালৰ উপস্থিতিত হাঁহি-তামাচাৰ মাজত আহাৰ গ্ৰহণ কৰাৰ কালত তেওঁৰ চৰ্চৰণি খাই কাহ উঠে, বুকুখন বিষায়। তাৰ কিছুদিনৰ পিছত গুৱাহাটীত থকা ডাক্তৰ মামাৰ তত্বাৱধানত কৰা পৰীক্ষাৰ অন্তত জনা যায় যে তেওঁৰ খাদ্য-নলী আক্ৰান্ত হৈছে। তেওঁক বাহিৰলৈ নি ৰশ্মিৰ চিকিৎসা দিয়া হয়, তেওঁ সুস্থ হৈ উঠে আৰু পুনৰায় তেওঁ নিজৰ বহুব্যস্ত জীৱনত সোমাই পৰে। তেওঁৰ জীৱনটো প্ৰায় ৰাজহুৱা; সভা-সমিতি, পঞ্চায়ত, স্কুল, চিকিৎসালয়, পুথিভঁৰাল, কলেজ প্ৰতিষ্ঠা সমিতি — এনেকি গোশালা, ব্ৰাহ্মণ সমাজ, গোপচাৰ-সংৰক্ষণ, গৰাখহনীয়া- প্ৰতিৰোধ আৰু অজস্ৰ ভাবিব নোৱাৰা ধৰণৰ সমস্যা সম্পৰ্কীয় সমিতি— প্ৰতিখনৰেই তেওঁ অপৰিহাৰ্য্য সভাপতি, প্ৰতি সমিতিৰ প্ৰতিখন সভাতেই তেওঁ নিৰ্ভুলভাৱে উপস্থিত। আৰোগ্য লাভ কৰাৰ কিছুদিন পিছতে ;তেওঁ নিজৰ ওপৰত পুনৰ এই অত্যাচাৰ আৰম্ভ কৰে আৰু ছবছৰমানৰ মূৰত তেওঁ পুনৰায় আক্ৰান্ত হয়। ডাক্তৰ মামাই বিষণ্ণ কিন্তু অবিচলিত কণ্ঠে জনায় যে তেওঁৰ বয়স, স্বাস্থ্য আৰু ৰোগৰ বৰ্তমান স্তৰত দ্বিতীয়বাৰ আৰু ৰশ্মি-প্ৰয়োগ সম্ভৱ নহয়। ভেষজ চিকিৎসাৰ দ্বাৰা-- এটা নতুন ইন্‌জেক্‌শ্যন্ প্ৰয়োগ কৰি— যোৱা ছমাহ বাচি থকাৰ পিছত এতিয়া তেওঁৰ অৱস্থাৰ অৱনতি ঘটিছে। পিঠিৰ ফালে বিষ হৈছে আৰু চিকিৎসকৰ মতে ৰোগ প্ৰসাৰিত হৈছে। বনদৰৱ, স্বপ্নপ্ৰাপ্ত দৰৱ, ৰাজস্থানী সন্যাসীৰ আয়ুৰ্বেদিক দৰৱ— নিষ্ফল বুলি জানিও মাৰ কথা চিন্তা কৰি যোগাৰ কৰি আনি ব্যৱহাৰ কৰাৰ পিছত এতিয়া ৰোগীসহ সকলোৱে চৰম সত্যৰ মুহূৰ্তটোলৈ অপেক্ষা কৰিছে। আজি কেইদিনমান তেওঁ কথাবতৰা একেবাৰেই কমাই দিছে, অৰ্দ্ধোক্তি বা ইংগিতৰেই কাম চলাইছে। চকু কেৱল বাহিৰত, অবিকল্পভাৱে আকাশত। কি চাইছে তেওঁ, সি ভাৱিলে, তেওঁৰ অতীত নে ভৱিষ্যৎ অৰ্থাৎ তাৰ যিকণ অৱশিষ্ট আছে? নে তেওঁৰ ভৱিষ্যতৰ সমাপ্তিৰ পিচৰ বৰ্ত্তমানক? (যাৰ প্ৰয়োজনীয় পৰাখিনি তেওঁ কৰি থৈছে; ঘৰৰ পুৰণি বিস্বস্ত বনকৰা মানুহটোৰ হতুৱাই বৰ বাৰী খনৰ গছ কটাই খৰিঘৰ ভৰাই ৰাখিছে, বাউদেউৰ হাতত সোণ-ৰূপ-তাম দি থৈছে, এদিন

অপ্রাসংগিকভাৱে তাক কৈছে, বৰ আলমাৰীটোৰ চুকৰ এটা টোপোলাত প্ৰায় তিনিশ টকাৰ খুচুৰা পইচা আছে)। নে জীৱনৰ এই চৰম মুহূৰ্তত তেওঁ সময়ক প্ৰকৃত ৰূপত প্ৰত্যক্ষ কৰিছে য'ত অতীত-বৰ্তমান-ভৱিষ্যতৰ কোনো পাৰ্থক্য নাই, সকলো এক, আপেক্ষিক নহয়, পৰম।

হয়তো, তেওঁ অতীতলৈ চাইছে। কাৰণ, তেওঁৰ অতীত দীঘল, অভাৱনীয় কষ্ট আৰু দুৰ্ভোগে ইয়াক আৰু দীঘলীয়া কৰিছে; যদিও কোনোদিন, ক'তো, কাৰো আগত তেওঁ জীৱনৰ দীন-কাহিনী উল্লেখ কৰা নাই। হয়তো তেওঁৰ মনলৈ আহে সেই চোমনি খন য'ত তেওঁ এদিন ধনু লৈ মুগা পলু ৰাখিছিল বা তাতকৈও আগৰ দিনবোৰ, শৈশৱ— নাই, তেওঁৰ কোনো শৈশৱ নাছিল। বায়েক, ককায়েক আৰু তেওঁ— তিনিটি পিতৃ-মাতৃহীন শিশু এটা যৌথ পৰিয়ালত ডাঙৰ হৈছিল, পিতৃ-মাতৃৰ মৃত্যুৰ লগে লগে তেওঁলোকৰ মাটিবাৰী আৰু বিছনাৰ তলত পুতি থোৱা গাগৰিৰ ধন-সোণ নাইকিয়া হৈ গৈছিল। শৈশৱ বুলিলে তেওঁৰ কেৱল বায়েকলৈ মনত পৰে। ২৮ মাইল দূৰ খোজকাঢ়ি এখন ডাঙৰ পগলা নৈ বাৰিষা নাৱেৰে পাৰ হৈ গৈ তেওঁ চহৰৰ চৰকাৰী হাইস্কুলত নাম লগাইছিল। বামুন চুবুৰীৰ সন্ধি পণ্ডিতৰ ঘৰত সৰু একোঠীয়া বাহিৰা ঘৰ এটাত থাকি নিজে ৰান্ধি খাই স্কুল কৰিছিল। প্ৰতিটো পষেকত আকৌ ২৮ মাইল খোজকাঢ়ি চাউল নিবলৈ ঘৰলৈ আহিছিল আৰু ৰাতিটো কটাই পুৱাই, এইবাৰ চাউল-চিৰাৰ টোপোলা কান্ধত লৈ, চহৰলৈ উভতিছিল। সাতবছৰ জ্ঞানাৰ্জনৰ এই আকোঁৰগোজ অকৰামিৰ পিছত প্ৰৱেশিকাৰ বাচনি পৰীক্ষাৰ আগে আগে সন্নিপাতত ভুগি তেওঁ গাঁৱলৈ ঘূৰি আহিল। ইতিমধ্যে ককায়েক এখন বাগিচাৰ দূৰ সম্পৰ্কীয় এজন কলঘৰীয়া বাবুৰ সহায়ত মহৰী কামত এপ্ৰেণ্টিছ্ সোমাইছিল। ককায়েকে তেওঁক এখন গৰু গাড়ীত নি বাগিছাৰ বিখ্যাত মোক্ষদা ডাক্তৰৰ হতুৱাই চিকিৎসা কৰালে আৰু তেওঁ দৈবক্ৰমে আৰোগ্য লাভ কৰিলে। কিন্তু সম্পূৰ্ণ সুস্থ হোৱাৰ আগেয়েই অঁকৰাৰ দৰে তেওঁ পুনৰ চহৰলৈ ঘূৰিল। বাচনি পৰীক্ষাৰ ফলাফল্ ঘোষণা হৈ গৈছে; তেওঁ গৈ নতুনকৈ অহা ফিট্-ফাট্ চাহাবৰ পোছাক পিন্ধা কাঢ়া বঙালী হেড্মাষ্টৰ বাবুজনৰ আগত ঠিয় দিলে।

'কিহে, তুমি সাঁপ না ব্যাঙ্ আমিতো কিছুই বুঝলাম না!' তেওঁ ক'লে আৰু তেওঁৰ ৰোগজীৰ্ণ, শুকান কিন্তু আঁকোৰগোজ মুখখনলৈ চাই স্কুলৰ ৰেকৰ্ড বহীৰ পাতবোৰ লুটিয়ালে। তাৰ পিছত এক দৃষ্টিৰে তেওঁৰ ফালে কিছু সময় চাই থাকি এখন চূড়ান্ত পৰীক্ষাৰ প্ৰপত্ৰ তেওঁলৈ আগবঢ়াই দিলে।

হয়তো, তাৰ পিছতে তেওঁৰ চকুৰ আগত ভাহিছে সেই দৃশ্য য'ত হেড্‌মাষ্টৰ প্ৰাণগোপাল বাবুৱে তেওঁৰ হাতত তুলি দিছে প্ৰবেশিকা পৰীক্ষাত জিলাৰ ভিতৰত প্ৰথম হৈ উত্তীৰ্ণ হোৱাৰ পুৰস্কাৰ, এটি ৰূপৰ মেডেল। বা য'ত শিক্ষকসকলে তুলি দিয়া দহ টকা ৰূপলৈ তেওঁ গুৱাহাটীলৈ বুলি জীৱনত প্ৰথম ৰেলত উঠি বহিছে। কাৰণ, তেওঁৰ চহৰৰ বিখ্যাত তীখৰ উকীলজনে আজি কেইবছৰমান গুৱাহাটীৰ শুক্লেশ্বৰত বহা পাতি ওকালতি কৰিছে আৰু তেওঁৰ পৰীক্ষাৰ ফল শুনি সেই বহাতে থাকি পঢ়িবলৈ তেওঁক মাতি পঠাইছে। কিন্তু গুৱাহাটী পাই তেওঁ দেখিলে যে শুক্লেশ্বৰৰ বহাটি এটি বহুমুখী কেন্দ্ৰ; তাত এক বেলেগ বতাহ আৰু তাৰ পৰিবেশ ৰাজহুৱা ঃ দেশৰ স্বাধীনতা আন্দোলনৰ বিভিন্ন ধৰণৰ পৰিকল্পনা, সংগঠন, প্ৰকাশ্য আৰু গোপন ক্ৰিয়া-কাণ্ড, সততে পৰিলক্ষিত এক উচ্ছলতা, কেতিয়াবা প্ৰচ্ছন্ন উত্তেজনা। দেশৰ দুখীয়া ছাত্ৰ, চিকিৎসা-প্ৰত্যাশী ৰোগী, সহায়- প্ৰাৰ্থী আৰ্ত আত্মীয় বা অনাত্মীয় লোক আৰু আন্দোলনকাৰী দেশপ্ৰেমিক কৰ্মীৰ আশ্ৰয়স্থল। উকীলজন তেওঁৰ নমস্য, গুৰুজন; কিন্তু তেওঁৰ বাবে সকলোতকৈ ডাঙৰ-আশৈশব অঁকৰাৰ দৰে ধৰি অহা একমাত্ৰ ব্ৰত, পঢ়া-শুনা কৰি ডাঙৰ মানুহ হোৱা, পিতৃ-মাতৃহীন অপৰিচয়ৰ নিপীড়িত জীৱনৰ পৰা উঠি গৈ সমাজত নিজৰ পৰিচয় দাবী কৰা। সেয়ে বৃত্তিৰ টকা অহাৰ লগে লগে তেওঁ হোষ্টেলত ভৰ্ত্তি হ'ল আৰু তেওঁ ধ্যানত নিমগ্ন হ'ল। মাজে মাজে তেওঁ শুক্লেশ্বৰলৈ যায়, তাৰ আচহুৱা পৰিবেশটো অনুভৱ কৰিবলৈ চেষ্টা কৰে। দূৰৰ পৰাই আন্দোলনৰ চিনাকী-অচিনাকী নেতাসকলক চায়, ওচৰৰ পৰা নেতাসকলৰ ঘনিষ্ঠ অমিয়দাদাইঁতৰ দৰে জ্যেষ্ঠ ছাত্ৰসকলৰ সৈতে কথা পাতে।

ইংৰাজীত প্ৰচুৰ দখল থকা স্বত্তেও বন্ধু-বান্ধৱক আচৰিত কৰি তেওঁ স্নাতক শ্ৰেণীত 'দৰ্শন' বিশেষ বিষয় হিচাপে গ্ৰহণ কৰে। 'অকল জীৱিকাৰ উদ্দেশ্যই নহয়, এটা বিষয় অধ্যয়ন কৰাৰ এটা অৰ্থ থকা উচিত', তেওঁ বন্ধু মহলত ক'লে। তেওঁৰ দীৰ্ঘ দেহ, তেওঁৰ প্ৰতীত মেধা, নিঃসম্বলা শৈশৱে দিয়া গহীন-গম্ভীৰ স্বভাৱ আৰু বয়সতকৈ পৰিপক্ক ব্যক্তিত্বপূৰ্ণ মুখাৱয়বে ইতিমধ্যেই তেওঁলোকৰ মাজত তেওঁৰ বাবে সমীহ সৃষ্টি কৰিছিল। তেওঁলোকে তেওঁক 'ডক্তৰ' আখ্যা দিলে আৰু তেওঁলোকৰ অঘোষিত নায়ক ৰূপে গ্ৰহণ কৰিলে। হোষ্টেলত মেছ্‌-পৰিচালক হিচাপে কেইঅনামান পইছা ৰাহি কৰি তেওঁ এক অভূতপূৰ্ব অভিলেখ সৃষ্টি কৰিলে আৰু নজীৰবিহীনভাৱে দ্বিতীয়বাৰ মেছ্‌ পৰিচালক নিযুক্ত হ'ল। কোনেও বোধহয় নাজানিলে যে ইয়াৰ মূলতো আছিল

তেওঁৰ জন্মাৱধি দাৰিদ্র্যৰ কড়া-ক্রান্তিৰ হিচাপ। কলেজত তেওঁ ক্রমে পৰিচিত আৰু জনপ্রিয় হৈ উঠে আৰু কিছুদিনৰ পিছত ছাত্রসকলৰ সাধাৰণ-সভাত তেওঁ ছাত্র সংঘৰ সাধাৰণ-সম্পাদক নির্বাচিত হৈ যায়। প্রথমে তেওঁ অভিভূত হয়। কিন্তু ধীৰে ধীৰে দায়িত্ব তেওঁৰ কান্ধত সহজ হৈ আহে। কোনো আগ্রহ নোহোৱা, সচেষ্টভাৱে আঁতৰি থাকিব খোজা এখন জগতৰ ফালে তেওঁ ঘূৰি চাব লগা হয়। সভা-সমিতি, সমস্যা-দাবী, প্রতিনিধি-সাক্ষাৎকাৰ, আলোচনা-সমাধান আদিৰ মাজত তেওঁ সোমাই পৰিব লগা হয়। ক'ব নোৱাৰাকৈয়ে শুক্রেশ্বৰৰ বহাঁলৈ তেওঁ আগতকৈ ঘনাই যাবলৈ লয়। তাৰ কথা-বতৰা, খা-খবৰ, তর্ক-বিতর্কলৈ আগ্রহ বাঢ়ে। যিবোৰ কথা আগেয়ে তেওঁ জানে বুলি বা দৰ্কাৰ নাই বুলি গুৰুত্ব দিব খোজা নাছিল, সেইবোৰ এতিয়া তেওঁ নতুন ধৰণে চাবলৈ আৰু জানিবলৈ ধৰিলে। পৰিবেশটো আগৰদৰে আৰু আচহুৱা নলগা হ'ল। এতিয়া তেওঁ নেতাসকলৰ ওচৰে-পাজৰে থাকি তেওঁলোকক কিবা কৰি দিব খোজে। অনুবাদ কৰা, নকল কৰা, চিঠি অনা-নিয়া কৰা, কোনো জৰুৰী সংবাদ গোপনে আৰু ক্ষিপ্রতাৰে কোনো নেতাক দিয়া— এই বিলাকৰ মাজত নতুন, চঞ্চল, অর্থপূর্ণ অস্তিত্ব এটা গঢ় লয়। লাহে লাহে তেওঁ ক'ব নোৱাৰাকৈয়ে দেশ, জাতি আদি ধাৰণাবোৰে পৰিচ্ছন্ন মূর্তৰূপ গ্রহণ কৰে। দেখা পায় পঢ়া-শুনা কৰা, জীৱনক এক বাস্তৱিক আদর্শ সফলতাৰ ৰূপ দিয়াৰ বাহিৰেও আন কিছুমান ব্রতো এই পৃথিৱীতে আছে। মুক্তি, স্বাধীনতা, আত্ম-বলিদান, আত্ম-মর্য্যাদা আদি সঘনে শুনি থকা কথাবোৰ শ্রুতিমধুৰ শব্দ কেৱল নহয়, কিছুমান ব্রত, হয়তো বর্তমান সময়ৰ আটাইতকৈ জৰুৰী ব্রত আৰু তেওঁৰ সন্মুখতে এই জনাবুজা মানুহখিনিয়ে এনেবোৰ ব্রত গ্রহণ কৰি নিজৰ সকলো বিসর্জন দিছে। ঠিক, তেওঁ সকলোৰে সন্মুখত এজন মানুহ হৈ ঠিয় দিব খোজে, সেইটো তেওঁৰ আশৈশৱ ব্রত। কিন্তু তাৰ আগতে বোধহয় আন কিছুমান দৰ্কাৰী কাম আছে। যি মানুহ হৈ তেওঁ ঠিয় হ'ব খুজিছে সেই মানুহৰ সন্মান পাবৰ কাৰণে জীৱনৰ প্রাথমিক চৰ্ত কিছুমান পূৰণ কৰিব লাগিব; তেওঁ নিজকে সেই দায়িত্বৰ পৰা আঁতৰাই ৰাখিব নোৱাৰে, এই কথা তেওঁ লাহে লাহে অনুভৱ কৰিব ধৰিলে। তেওঁ দুই-এখন সভা-সমিতিলৈ যাবলৈ ল'লে, বহাত হোৱা আলাপ-আলোচনাবোৰৰ কাষত তেওঁ নীৰৱে বহিল, তর্ক-বিতর্কৰ সপক্ষে-বিপক্ষে যুক্তিবোৰ তেওঁ নিজৰ মনেৰে পৰীক্ষা কৰিবলৈ ল'লে। নিজৰ পৰাই তেওঁ কিছুমান প্রশ্ন তুলিলে আৰু তাৰ উত্তৰ বিচাৰিলে। কলেজত, হোষ্টেলত আৰু কিছু কৌতূহলী বন্ধু ওলাল। তেওঁ সেই প্রশ্নবোৰ বন্ধু মহলত উলিয়ালে।

তেওঁলোকৰ আলোচনাবোৰ সলনি হ'ল, ক্ৰমে অধিক ছাত্ৰৰ মাজলৈ এইবোৰ বিয়পি যাবলৈ ধৰিলে। শুক্লেশ্বৰৰ বহাত ছাত্ৰৰ অধিক সমাগম হবলৈ ধৰিলে। আৰু এদিন নগৰৰ এটা বিৰাট শোভাযাত্ৰাত অংশ গ্ৰহণকাৰী ছাত্ৰসকল পুলিচৰ অত্যাচাৰৰ বলি হ'ল। আন্দোলনৰ বতাহ ছাত্ৰৰ মাজলৈ বাগৰি গ'ল আৰু এইটোৱে এটা বিতৰ্কৰ ৰূপ ললে। কিছুদিনৰ পিছত চহৰৰ প্ৰসিদ্ধ সভাঘৰটিত হোৱা এখন জনসভাত ছাত্ৰসকলৰ আন্দোলনত যোগদানৰ বিষয়ে মুকলি বিতৰ্ক হয় আৰু তাৰ পিছদিনাই কলেজৰ জাননী-ফলকত ছাত্ৰসভাৰ সাধাৰণ সম্পাদক হিচাপে তেওঁ ছাত্ৰসকলক আন্দোলনত যোগদান কৰিবৰ বাবে কলেজ বৰ্জন কৰিবলৈ আহ্বান জনাই জাননী আঁৰি দিয়ে। তেওঁ নিজে হোষ্টেল এৰি শুক্লেশ্বৰৰ বহাত উপস্থিত হয়গৈ।

হয়তো, তেওঁৰ মনলৈ আহে আন্দোলনত সক্ৰিয় হৈ জপিয়াই পৰা মাদকতাভৰা দিনবোৰ, ন-দুৱাৰৰ গাঁৱৰ দৃশ্যবোৰ য'ত তেওঁ আৰু দুজনমানৰ সৈতে অমিয় দাদাৰ নিৰ্দেশত সংগঠনৰ দায়িত্ব লৈছিল। স্থানীয় নেতা বৰকটকীয়ে তেওঁলোকক থাকিবলৈ এটা ঘৰ দিছিল। ইতিমধ্যে তাৰ স্কুল বন্ধ হৈ গৈছিল; তেওঁলোকে তাত জাতীয় স্কুল আৰম্ভ কৰিলে। পুৱাবেলা স্কুল, তাৰপিছত গাঁৱে গাঁৱে ঘূৰি ঘৰে ঘৰে বিদেশীবস্ত্ৰ সংগ্ৰহ কৰি পিঠিত কঢ়িয়াই গধূলি ঘূৰি অহা, গধূলি স্বেচ্ছাসেৱকৰ প্ৰশিক্ষণ, আন্দোলনৰ আলোচনা, প্ৰচাৰ আৰু প্ৰতি দেওবাৰে সংগৃহীত বিদেশীবস্ত্ৰ দাহ! তেওঁ শুনিছিল, বাগিছাৰ এপ্ৰেণ্টিছ্‌শ্বিপ্ এৰি ককায়েকেও আন্দোলনত যোগ দিছে, বায়েক বিধবা হৈছে; কিন্তু সেইবোৰ খবৰ লবলৈ বা চিন্তা কৰিবলৈ তেওঁৰ সময় নাছিল। তেওঁৰ সকলো চিন্তা আৰু কৰ্মৰ কেন্দ্ৰ আছিল দেশৰ স্বাধীনতা। মুক্তিৰ স্বপ্নৰে উত্তাল, দেশ-প্ৰেমৰ ৰাগীৰে মাতাল যৌৱনৰ পৰম মুহূৰ্তবোৰ, নিঃশংক, নিঃসংশয় আত্মবলিদানৰ উন্মাদনাভৰা অভিযানৰ দিনবোৰ— ৰুগ্ন, শয্যাগত তেওঁৰ দৃষ্টিত এতিয়াও সেইবোৰ অবিশ্বাস্য দৃশ্য ফুটি উঠেনে?

হয়তো, তেওঁৰ স্মৃতিৰ জহি সংকুচিত হৈ অহা ভঁৰালত এতিয়া সঞ্চিত হৈ আছে কেৱল কষ্টমলিন জেলৰ অৱৰুদ্ধ দিনবোৰৰ অস্পষ্ট ছবিবোৰ। প্ৰথমেই গ্ৰেপ্তাৰ হ'ল স্থানীয় নেতা বৰকটকী, গাঁৱৰ ৰাইজে তেওঁক ভৰলী নদীলৈকে খোল-তালেৰে আগবঢ়াই দিলে। তাৰ পিছত এজন এজনকৈ তেওঁলোক কেইবাজনো। তেজপুৰ জেলত কটোৱা সাতমাহৰ বন্দীত্ব আছিল আগতে নভৱা-নিচিন্তা অভিজ্ঞতা। নতুন জীৱনৰ কৌতূহল আৰু সতীৰ্থ সকলৰ সান্নিধ্যই বন্ধনৰ কষ্ট প্ৰথমে পাহৰাই ৰাখিছিল। কিন্তু লাহে লাহে দিনবোৰ

অলৰ, মুহূৰ্তবোৰ গধুৰ হৈ আহিবলৈ ধৰিলে। সাতমাহৰ পিছত তেওঁলোকক গোৰহাট জে'ললৈ স্থানান্তৰ কৰা হ'ল। ইয়াত আহি তেও আন্দোলনৰ আ'শাৰীৰ আটাইকেইজন নেতাকৈ লগ পালে। নীতি-নিয়ম, শৃংখলা. শাস্তিৰ কঠোৰতা সত্বেও এই জেলৰ প্ৰায় ন মাহৰ অভিজ্ঞতা তেওঁৰ বাবে সংগ্ৰামৰ এক পুৰস্কাৰ আছিল। সূত্ৰ-যজ্ঞ, ৰামধুন, ভজন, দেশপ্ৰেমৰ গীত, আৰু মুহুৰ্মুহুঃ ধ্বনি, দাণ্ডা-বেড়ি পিন্ধোৱা উগ্ৰ নেতাজনৰ হঠাৎ একোটা চুটি বক্তৃতা বা ধ্বনিৰ বিস্ফোৰণ, এইবিলাকৰ মাজত জে'ল এক মুক্তিৰ আশ্ৰমলৈ ৰূপান্তৰিত হৈছিল। বন্ধীত্বৰ অলসতাৰ পৰিবৰ্তে ৰক্তৰ বেগ আৰু হৃৎস্পন্দন চঞ্চল আৰু অস্থিৰ হৈ উঠিছিল।

কিন্তু হঠাৎ এদিন দুঃস্বপ্নৰ দৰে তেওঁলোকলৈ মুক্তি আহিল। আহিল চৰম দুঃসংবাদ ঃ আন্দোলন সাময়িকভাৱে বন্ধ কৰি দিয়া হৈছে; গান্ধীজীয়ে আত্মাৰ শুদ্ধিৰ বাবে অনশন ব্ৰত আৰম্ভ কৰিছে। ক'ৰবাত, ভিতৰত তেওঁ এটা অপ্ৰত্যাশিত, আকস্মিক খুন্দা খোৱা যেন লাগিল। এটা অপ্ৰকাশ্য অসন্তুষ্টিত বুকুখন ওফন্দি উঠিল। তেওঁৰ মন্ত্ৰগুৰুৱে লেখিলে, গান্ধীজীৰ ধৰ্মৰোগ হৈছে। আগ্ৰহেৰে তেওঁ লেখাটো পঢ়িলে আৰু তাৰ প্ৰতিটো শব্দই তেওঁৰ ওফন্দা বুকুৰ অসন্তুষ্টিখিনিক আন্ধাৰ কৰিব ধৰিলে। অমিয় দাদাই ক'লে, 'কেইদিনমান ঘৰতে থাকাগৈ; যোগাযোগ ৰাখি থাকিবা।'

খুৰাকহঁতৰ লগত থকাটো তেওঁৰ বাবে সম্ভৱ নহয়। লক্ষ্মীধৰ হঁতৰ ঘৰৰ দৰে দুই-এঘৰৰ বাহিৰে গাঁৱত বহুতে তেওঁক পথভ্ৰষ্ট তৰুণ বুলি ভাৱিছে, কিয়নো ডাঙৰ মানুহবোৰ আন্দোলনত লাগিছে, ভাল কথা; কিন্তু দুখীয়া ঘৰৰ মাক-বাপেক নাইকিয়া পঢ়া-শুনাত তীখৰ ল'ৰাটোৰ কি দৰকাৰ আছিল এনেকৈ আন্দোলনত লাগি জীৱনটো নষ্ট কৰাৰ? এটা ঘোৰৰ মাজত তেওঁ গৈ বেদেতিত ককায়েকৰ লগত কেদিনমান থাকিল। প্ৰায় আঠমাহ জে'ল খাটি ককায়েক ওলাই আহিছিল; কিন্তু বাগিছালৈ ঘূৰি অহাৰ প্ৰশ্ন নুঠে, তেওঁ মোক্ষদা ডাক্তৰৰ আশ্ৰয় লৈছিল। ককায়েকে তেওঁক মোক্ষদা ডাক্তৰৰ হতুৱাই কৰবাত সুমুৱাই দিব খুজিলে। অৱস্থাটো তেওঁৰ অসহ্য লাগিল। কলেজৰ দিনৰ পৰা জে'লৰ জীৱনলৈকে এই দীঘল বাটৰ প্ৰতিটো ভাঁজ প্ৰতিটো খাল বাম, প্ৰতিটো উজুতি-আঘাত তেওঁ ঘূৰাই মনত পেলালে। যাত্ৰাৰ উন্মাদনাত যিবোৰ কথা বা ঘটনা ইমানদিনে কেৱল পাৰ হৈ আহিছিল, কাৰণ অবিৰত যাত্ৰা আৰু প্ৰতিশ্ৰুত লক্ষ্যাই আছিল সদায় প্ৰধান কথা, পথ আছিল তুচ্ছ, এতিয়া দেখিলে সেইবোৰ সৰু সৰু কথা, গুৰুত্বহীন ঘটনা বাটৰ আশে-পাশে স্মৃতিৰ জোনাকে উজ্জ্বলাই

তুলিছে।

লোকৰ আশ্ৰিত ককায়েকৰ ওচৰত কিহবাৰ প্ৰত্যাশাত থকা যেন অৱস্থাটো তেওঁৰ বাবে অপমানজনক যেন লাগিল। কিন্তু কি কৰা যায়? অমিয় দাদালৈ তেওঁ এখন চিঠি দিলে, উত্তৰত তেওঁক আস্থা ৰাখিবলৈ আৰু সংগঠনৰ লগত জড়িত হৈ থাকিবলৈ উপদেশ দিয়া হ'ল। কিন্তু এই অচিন ঠাইত তেওঁ সংগঠনৰ মাজত সোমোৱাত অসুবিধা আছে আৰু আন্দোলনে উজুটি খোৱাৰ পাছত সংগঠন শিথিল হৈছে; কিন্তু এইবোৰ কথা তেওঁ লিখিব নোৱাৰে। চৰম হতাশা আৰু অন্ধকাৰ ভৱিষ্যতৰ মাজত এদিন হঠাৎ আহিল কলেজৰ দৰ্শন বিভাগৰ মূৰব্বী অধ্যাপক টমাছৰ এখন দুই পৃষ্ঠাজোৰা চিঠি। অধ্যাপকে লিখিছে ঃ 'দেশৰ স্বাধীনতাৰ দৰে গুৰুত্বপূৰ্ণ বিষয় এটা পৰিপূৰ্ণ আৰু সুস্থভাৱে চিন্তা কৰিবলৈ জ্ঞান আৰু বয়সৰ পৰিপক্কতাৰ প্ৰয়োজন; এইটো এজন অধ্যয়ণৰত কুমলীয়া ছাত্ৰৰ কাম নহয়। তোমাৰ প্ৰথম আৰু পৱিত্ৰ কৰ্তব্য হ'ল তোমাৰ আৰব্ধ অধ্যয়ন সম্পূৰ্ণ কৰি নিজকে দেশসেৱাৰ বাবে উপযুক্ত কৰি তোলা। তদুপৰি, অধ্যয়ন সম্পূৰ্ণ কৰাৰ পিচত তুমি অধিক উপযুক্ত আৰু অৰ্থপূৰ্ণভাৱে দেশক অনেক ধৰণে সেৱা কৰিব পাৰিবা। তোমাৰ বন্ধু চালেহে উচিতভাৱেই পঢ়া-শুনা অব্যাহত ৰখাৰ সিদ্ধান্ত লৈছে। মোৰ বিশ্বাস, তুমি তেওঁৰ যুক্তি বুজিব পাৰিবা। এতিয়াও বিশেষ ক্ষতি হোৱা নাই। তোমাৰ উজ্জ্বল ভৱিষ্যতৰ তুলনাত এবছৰৰ বিৰতি কোনো কথা নহয়। তুমি কলেজলৈ পুনৰ ঘূৰি আহা। মই সকলো ব্যৱস্থা কৰিব পাৰিম।'

শৈশৱৰ পৰা তেওঁৰ মনত পৰাৰ ভিতৰত জীৱনত সেই প্ৰথম তেওঁৰ চকুপানী ওলাল। শূন্য অতীত, অৰ্থহীন বৰ্তমান আৰু অন্ধকাৰ ভৱিষ্যতৰে তৈয়াৰী তেওঁৰ জীৱনৰ দুৰ্দশাগ্ৰস্ত মুহূৰ্তত এজন মানুহে, এবছৰৰ শ্ৰেণী কোঠাৰ সম্পৰ্কৰে ঘনিষ্ঠ এজন মানুহে, তেওঁৰ বাবে চিন্তা কৰিছে। হঠাৎ যেন বহুত হেৰোৱা বস্তু তেওঁ ঘূৰাই পালে। পৰম আত্মীয় অমিয় দাদাৰ চিঠিয়েও যেতিয়া তেওঁক আশ্বস্ত কৰিব পৰা নাছিল, এই অজাতি, অনাত্মীয়, অপপক্ষীয় মানুহজনে ইংৰাজী ভাষাত লিখা দুই পৃষ্ঠাৰ চিঠি এখনে তেওঁৰ হৃতোৎসাহ হৃদয় পুনৰ সজীৱ কৰি তুলিলে। আকৌ পঢ়াত অসুবিধা হয়তো নহ'ব; তেওঁ শুক্লেশ্বৰৰ বহাত সহজেই থাকিব পাৰিব, অমিয়দাদাই তেওঁক উৎসাহেই দিব আৰু ককায়েকে যেনেকৈ হ'লেও তেওঁক সহায় কৰিব। কিন্তু তেওঁ জানিলে আৰু সামান্য ব্যথিত হ'ল যে অধ্যাপক টমাছৰ আহ্বানত তেওঁ সঁহাৰি দিব নোৱাৰিব। তেওঁ যি ব্ৰত গ্ৰহণ কৰিছে সি অধ্যাপকৰ দৰ্শনে ঢুকি পোৱা

দূৰত্বতকৈ গভীৰত প্ৰোথিত; প্ৰজ্ঞাৰ যুক্তিতকৈ তাৰ সম্পৰ্ক হৃদযাবেগৰ অবিশ্লেষ্য আকুতিৰ লগত। কিন্তু অধ্যাপকৰ অন্তৰত দুঃখ দিব পৰা উত্তৰ এটা লিখিবলৈ তেওঁ নিজকে সাজু কৰিব নোৱাৰিলে। চিঠিখন সযতনে ভৰাই ৰাখি তেওঁ ঘৰৰ পৰা ওলাই গ'ল আৰু নিৰুদ্দেশে দুদিনমান ঘূৰাৰ পাছত এটা সংস্থান যোগাৰ কৰিলে। পাভৈৰ ফালে এজন মানুহৰ এখন মুগা চোমনিত তেওঁ ৰখীয়া নিযুক্ত হ'ল। দিনটো চোমনিত মুগা পলু খাবলৈ অহা কাউৰী আৰু চৰাইক ধনু-কাঁড়েৰে ভয় দেখুৱাই খেদিব লাগে; তাৰ বাবে তেওঁ পাব দিনে দুবেলাৰ আহাৰ আৰু মাহে কেইঅনামান মজুৰি। কিন্তু তেওঁক তাতকৈ বেছি নালাগে, অন্ততঃ নিজৰ ওচৰত মানুহ হৈ থাকিবৰ বাবে সেইখিনিয়েই এতিয়া যথেষ্ট।

কি অসহ্য কষ্টৰ আৰু আমনিলগা দিন আছিল সেইবোৰ! ৰ'দত গোটেইদিন মুগা পলু ৰখি তেওঁ ক'লা পৰিছিল, শৰীৰ দুৰ্বল হৈছিল, মনৰ সজাগতা হেৰাইছিল। কিন্তু জীয়াই থকাৰ, নিজৰ ওচৰত সসন্মানে জীয়াই থকাৰ প্ৰয়োজন আছিল আটাইতকৈ বেছি। সকলো দুৰ্বলতা, সকলো প্ৰলোভন উপেক্ষা কৰি নিজৰ মনত লালন কৰি অহা বিশ্বাসবোৰৰ বাবে চৰম কষ্ট আৰু দুৰ্ভোগৰ সন্মুখীন হ'বলৈ তেওঁৰ আপত্তি নাছিল। তথাপি মাজে মাজে পলু ৰখীয়াৰ স্ব-নিৰ্বাসিত জীৱন তেওঁৰ অসহ্য লাগিছিল। এদিন চিঠি আহিল যে কালা-জ্বৰত ভুগি উঠা অমিয় দাদাক ডাক্তৰে নদী-ভ্ৰমণৰ পৰামৰ্শ দিছে আৰু দাদাই তেওঁক ভ্ৰমণ-সংগী হিচাপে বিচাৰিছে। তৎমুহূৰ্তেই তেওঁ চোমনি ৰখীয়াৰ পদ এৰি তেজপুৰ পালেগৈ।

সেই নদী ভ্ৰমণ তেওঁৰ বাবে এক অভিজ্ঞতা আছিল। জীৱনত এনে আৰাম আৰু অদ্ভুত ধৰণৰ বিলাস তেওঁ কেতিয়াও উপভোগ কৰি পোৱা নাছিল। প্ৰচণ্ড সোঁত আৰু ঢৌৰ মাজত নদীৰ বুকুত জাহাজৰ গতি, বিভিন্ন মুখৰ, বিভিন্ন ধৰণ আৰু আচৰণৰ ইমানবোৰ সহযাত্ৰী, বিভিন্ন সময়ৰ বিভিন্ন গোন্ধ— সৰু দোকানকেইখনৰ পৰা ফলমূলৰ গোন্ধ, চাহ, বিস্কুট, ভজা বাদামৰ গোন্ধ, তলৰ ইঞ্জিনৰুমৰ ওচৰত কয়লাৰ গোন্ধ, মছলা দিয়া মাছ বা মাংসৰ আঞ্জাৰ গোন্ধ, ওপৰৰ ডেকত তৰাময় ৰাতিৰ আকাশৰ তলত সজোৰ বতাহে কঢ়িয়াই অনা পানীৰ গোন্ধ, ঘোৰ অন্ধকাৰ ৰাতি দূৰৰ আৰিকাটিৰ ৰহস্যময় লেম্পৰ পোহৰ বা নিৰংকুশ নীৰবতাৰ মাজত চাৰেঙৰ বিপদসূচক পথনিৰ্দেশক চিঞৰ।

ডিব্ৰুগড়ত নদীৰ পাৰত এটা ঘৰ লৈ তেওঁলোক কিছুদিন থাকিল আৰু

হঠাতে ইয়াতে তেওঁৰ গতিহীন, লক্ষ্যভ্ৰষ্ট, অশান্ত জীৱনে ভাঁজ সলালে। চহৰৰ ইংৰাজী সাপ্তাহিকখনৰ মালিক তথা সম্পাদকজন ঢুকোৱাত তেখেতৰ পৰিবাৰে সাহসিকতাৰে নামজ্বলা উকীল মিত্ৰবাবুৰ সহায়ত কাগজখন চলাই আছিল আৰু এজন সম্পাদকৰ সন্ধান কৰিছিল। অমিয়দাদাই এখন চিঠি দি তেওঁক মহিলাগৰাকীৰ ওচৰলৈ পঠাই দিলে আৰু তেওঁ লগে লগেই সম্পাদকৰূপে নিযুক্তি পালে। অকস্মাতে, কোনো সংকেত পৰ্য্যন্ত নিদিয়াকৈ তেওঁৰ কষ্টময় দুঃসময়ৰ অৱসান ঘটিল আৰু জীৱনৰ আন এক বিচিত্ৰ অধ্যায়ে তেওঁক আদৰণি জনালে।

ৰোগীয়ে গা লৰাইছে, কিন্তু তেওঁৰ দৃষ্টি অলৰ, খিড়িকীৰ বাহিৰত। সি মুখখন তেওঁৰ দৃষ্টিৰ সন্মুখলৈ আগবঢ়াই দিলে । তেওঁ তাক দেখিছে, কিন্তু তেওঁ দৃষ্টিপথ সলোৱা বা কোনো প্ৰতিক্ৰিয়া প্ৰকাশ কৰা নাই। সি সুধিলে, 'পিতা, বাগৰ সলাব?'

তেওঁ প্ৰশ্নটো শুনিছে, কিন্তু তেওঁ যেন কিহবাত ব্যস্ত, উত্তৰ দিব পৰা নাই। কিহত ব্যস্ত? সি তেওঁৰ গাত হাতখন থলে আৰু পুনৰবাৰ প্ৰশ্নটো কৰিলে আৰু তেওঁ মূৰ লৰালে, নসলায়। সি তেওঁৰ বাহুত হাত ফুৰালে, ফতুৱাটোৰ খোলা বুতামৰ মাজেৰে বুকুখনত, য'ত এইকেইদিন ৰাজস্থানী বৈদ্যজনৰ প্ৰলেপটো আছিল (যাৰবাবে বুকুখন কিছু ক'লা পৰিছে)। সিদিনা তেওঁ নিজে প্ৰলেপটো লবলৈ আপত্তি কৰিলে; একো নোকোৱাকৈয়ে তেওঁ বুজাই দিলে যে সিহঁতে বুজা কথাটো তেৰোঁ বুজিছে যে বৈদ্য বিফল। বা এইধৰণৰ সান্ত্বনাৰ আৰু এতিয়া কি প্ৰয়োজন? কিন্তু প্ৰয়োজন নাইনে? তেন্তে কি কৰিব, কি কৰিব সি? হাত সাৱতি বহি থাকিব মৃত্যুৰ অপেক্ষাত? কেইদিনমান আগতে বাছা আহিছিল, ৰাতিৰ অন্ধকাৰত; সদায় অহাৰ দৰে ডাক্তৰ ইছ্‌লাৰী আহিছিল গ্লুক'জ দিবলৈ। বাছাই ক'লে, "গ্লুক'জটো বন্ধ কৰি দিব লাগে। কি লাভ? কেৱল চাফাৰিংটো প্ৰলঙ্‌ কৰা হৈছে।"

ইছ্‌লাৰীয়ে বাছালৈ চালে। তাৰ পিছত ক'লে, "আপুনি জানেনে নাজানে মই নাজানো, কিন্তু এইখন ঘৰলৈ মই তেখেতৰ খবৰ লবলৈ এদিনো নহাকৈ থাকিব নোৱাৰো। মই বুঢ়াক দেউতা বুলি মাতোঁও আৰু ভাবোঁও আৰু ডাক্তৰ হিচাপে গ্লুক'জ্‌ দিয়াটো মই বন্ধ কৰিব নোৱাৰো।" বাছাই আৰু কথা আগ নবঢ়ালে।

পিতাই গ্লুক'জ্‌ লবলৈও আপত্তি কৰিব নেকি? প্ৰয়োজন নাই বুলি? সি উঠি ভৰি-পথানৰ ফালে বহিল আৰু তেওঁৰ কোঁচ খাই থকা ধুতিৰ তলৰ ভৰি

কেইটা লাগে লাহে মোহাৰি দিলে। সুদীৰ্ঘ কালৰ মূৰত এইবাৰ তেওঁৰ ধ্যান ভাগিল। তেওঁ বাহিৰৰ পৰা চকু ঘূৰালে, ধীৰে ধীৰে আৰু ভৰিৰ ফালে তাৰ লগত দৃষ্টি মিলালে। সি বুজিলে তেওঁ তাক ওচৰত বিচাৰিছে। সি উঠি তেওঁৰ বুকুৰ কাষত বহিল আৰু হাতখন তাৰ দুহাতৰ মাজত ল'লে। দুয়ো মুখামুখি, দুয়োৰে চকুত দুয়োৰে চকু। এইবাৰ তেওঁ ক'লে, ক্ষীণকণ্ঠে, চুটিকৈ, "ভোগদলক মাত। গীতা দুআধ্যামান পঢ়ক।"

ৰোগীয়ে কিবা এটা বিচাৰিছে ঃ যি সকাহ বা আগ্ৰহ বা আনন্দ তাৰ মনলৈ আহিব লাগিছিল, সি আহিব খুজিও বাধাগ্ৰস্ত হ'ল। বৰং গাৰ মাজেদি এক অজান শিহৰণ বৈ গ'ল, ক'ৰবাত বহুদূৰত এক আশংকাৰ সংকেতধ্বনি হ'ল। চান্দা, দান-দক্ষিণা, ঘৰত বাৰ্ষিক সত্যনাৰায়ণ, কল্যাণী থানত অষ্টমীত পঠা, জোঁৱাইৰ কঠিন পীড়া উপশমৰ বাবে দেউৰ পৰামৰ্শ আৰু পত্নীৰ অনুৰোধত বটুক-ভৈৰৱৰ পূজা পৰ্য্যন্ত তেওঁ আপত্তি কৰা নাই, কিন্তু তেওঁ কোনো দিন ধৰ্ম-প্ৰাণ নাছিল, সি সেইটো নিশ্চিতভাৱে জানে। ব্ৰাহ্মণ-সমাজৰ সভাপতি হৈও জিলাৰ বৰচাহাবৰ কোঠাত দীঘলীয়া মিটিঙৰ অন্তত টেবুললৈ অহা মুৰ্গীক তেওঁ ৰেহাই দিয়া নাছিল। ঈশ্বৰ-বিশ্বাস ভিতৰত থকা বাবেই ধৰ্ম-কৰ্ম তেওঁৰ বাবে ৰুটিন নাছিল। তেওঁৰ ঘৰত সান্ধ্য-আহ্নিকৰ ব্যৱস্থা নাছিল। আজি তেওঁ নিজে গীতাৰ পদ শুনিবলৈ ভকত মাতিব দিছে। সি তেওঁৰ তপা মূৰটোত হাতবুলাই আশ্বস্ত কৰিলে, আৰু সুধিলে, "আৰু দুজনমান ভকত মাতিম নেকি?"

তেওঁ পুনৰ মূৰ লৰালে, নালাগে। সি তেওঁৰ হাতখন ধৰি তাৰ দুহাতৰ মাজত ল'লে, যেন অলপ আগতে তাৰ বুকুৰ মাজেদি পাৰ হৈ যোৱা শংকাৰ শিহৰণটোৰ বিৰুদ্ধে সি তেওঁৰ পৰাই আশ্বাস বিচাৰিছে। আৰু তেওঁ কি বুজিলে? কিবা বুজিলে নেকি? নে এইটো কেৱল এটা ঘটনাক্ৰমিক প্ৰতিক্ৰিয়া? তেওঁ তাৰ হাতখন মুঠি মাৰি ধৰিব খুজিলে, যেন এটা আশ্বাসৰ প্ৰয়াস ( সি তেনেকৈ ভাবিলে); কিন্তু তেওঁৰ হাতৰ মুঠি দুৰ্বল। সি তেওঁৰ চকুলৈ চালে, চকুহাল নিৰ্জীৱ, দুৰ্বল, নিদ্ৰালস।

বাইদেউ সোমাই আহিল, কোঠাটো ঠিক-ঠাক কৰিব ধৰিলে। এতিয়া খবৰ কৰা মানুহ আহিব, ৰোগীৰ কোঠাত সোমাই দূৰৰ পৰা ৰোগীক এবাৰ চাব খুজিব, "আজি কেনেকুৱা" সুধিব, যদিও ৰোগীৰ বাবে এতিয়া সময় স্থিৰ, আজি আৰু কালি বেলেগ নহয়, সময়ৰ পাৰ্থিৱ ধাৰণা তেওঁৰ বাবে অবান্তৰ। যাবৰ সময়ত প্ৰায় প্ৰত্যেকেই অভ্যাস বা সৌজন্য বা সহানুভূতিবশতঃ ৰুচি বা

প্ৰতিক্ৰিয়া অনুসৰি সমবেদনা, উপদেশ, আশ্বাস আগবঢ়াই যাব।

সি আগফাললৈ ওলাই গ'ল। বাৰান্দাৰ চকী এখনত বহিল। ভোগদল ককাইলৈ খবৰটো পঠালে। স্কুলৰ প্ৰধান শিক্ষকসহ কেইজনমান শিক্ষক আহি খবৰ লৈ গ'ল। এওঁলোক মাজে মাজে আহি খবৰ কৰি যায়হি। এই স্কুল পঁচিশ বছৰৰ আগতে তেওঁ প্ৰতিষ্ঠা কৰিছিল (আৰু এটা চামে স্কুলৰ বিৰোধিতা কৰাই নাছিল, প্ৰথম স্কুল-ঘৰটো জ্বলাই দিছিল)। পঞ্চায়তৰ সভাপতি আৰু সম্পাদক সেইফালে ক'ৰবাত সভালৈ আহিছিল, ঘূৰোঁতে সোমাই গ'ল। অসুখ হোৱাৰ আগলৈকে এই অঞ্চলৰ পঞ্চায়তখনৰ তেওঁ পোন্ধৰবছৰমান সভাপতি আছিল। প্ৰতিদিনৰ দৰেই মাৰ্কেটিং চছাইটিৰ সম্পাদক দোলন আহি এঘণ্টামান এনেয়ে বহি গ'ল; এই সৎ, দীন-দৰিদ্ৰ ল'ৰাটোক তেওঁ সভাপতি থাকোতে কামত সুমুৱাইছিল, তাৰ দক্ষতাৰ বলত চছাইটিয়ে আজি অভিলেখ পৰিমাণৰ লাভ অৰ্জন কৰিছে। মাৰোৱাৰী এচ'ছিয়েশ্যনৰ সভাপতি তেওঁৰ বন্ধু নৌৰঙ্গলালবাবু আহিল; আজি গো-শালাত পূজা আছিল, তেওঁ পূজাৰ প্ৰসাদ আৰু এবটল গঙ্গাজল দি গ'ল। এইবোৰ ঘৰুৱা মানুহ, একাধিকবাৰ আহিছে, অসুবিধা নালাগে। কিন্তু এইকেইদিন ওচৰৰ-দূৰৰ এনে কিছুমান অনুষ্ঠানৰ এনে কিছু লোক আহিছে যাক সি চিনি নাপায়, সম্পৰ্ক নাজানে; সি অস্বস্তিবোধ কৰে, ৰোগীৰ বিষয়ে একেখিনি কথা দোহাৰিব লগা হয়! তেওঁলোকে ৰোগীৰ বিষয়ে কোৱা একেধৰণৰ কথাকে শুনিবলগা হয়! সি অসুবিধা বোধ কৰে, নীৰৱে থাকে।

ভিতৰৰ ফালে মাইকী মানুহখিনিৰ লগত বাইদেৱে কথা পাতিছে। কিছু দূৰ সম্পৰ্কীয় পৰিয়ালৰ মানুহো বোধহয় আহিছে, কাৰণ, দুই-এবাৰ উচুপনিৰ শব্দ শুনা গৈছে। গধূলি গাঢ় হৈ অহাৰ লগে লগে মানুহ কমিছে। কেৱল ঘনিষ্ঠ বা পৰিয়ালৰ নিজৰ মতা মানুহ দুই-এজন এতিয়াও ভিতৰফালে বা ৰোগীৰ কোঠাত বহি আছে।

সি বাহিৰৰ চকীখনত বহি আছিল। তাৰ ৰোগীৰ ওচৰলৈ উঠি যাবৰ মন গৈ আছে, কিন্তু সি যাব পৰা নাই। কাৰণ, এটা আঁকোৰগোজ প্ৰশ্নই তাৰ অন্তৰত বাৰে বাৰে অস্বস্তিৰে অহা-যোৱা কৰি আছে। ডিব্ৰুগড়ৰ জীৱন-স্মৃতি তেওঁৰ মনলৈ আহেনে? কেনে বোধ কৰে তেওঁ? অস্বস্তি? অনুশোচনা? সেইটো আছিল তেওঁৰ কৃতিত্বৰ সময় আৰু সাফল্যৰ সময় আৰু বোধহয়, পতনৰো সময়। তাৰ বোধহয়; সি নিশ্চিত নহয়। দীৰ্ঘদিনৰ নিষ্কৰ্মতা, বিমূঢ়তা আৰু সময়ৰ অপচয়ৰ পাছত, তেওঁ নতুন কামত প্ৰচণ্ড উৎসাহেৰে যোগ দিলে।

কাগজৰ সম্পাদনা আৰু ইংৰাজী চৰ্চা দুয়োটাই তেওঁৰ মনোমত আছিল। কাকতখনৰ গৰাকী সম্ভ্ৰান্ত মহিলা গৰাকীয়ে তেওঁক পুত্ৰবৎ মৰম কৰিলে, থকা-খোৱাৰ ব্যৱস্থা কৰি দিলে আৰু মিত্ৰবাবুৰ পৰা কম সময়তে কাম শিকি লৈ তেওঁ একাগ্ৰতাৰে কাকতখনত জড়িত হৈ পৰিল। কাকতখন চলিছিল এমুঠিমান ইংৰাজী-শিক্ষিত মানুহৰ মাজত, চাহবাগিছা, কয়লা আৰু তেল কোম্পানীৰ চাহাবসকলৰ মাজত, জিলাৰ বৰচাহাব, পুলিচ চাহাবৰ মাজত আৰু দুই-এটা চৰকাৰী বিভাগৰ বিষয়াৰ মাজত। চৰকাৰ আৰু বিদেশী কোম্পানীবিলাকৰ বিজ্ঞাপনৰ পৰা পোৱা আয় আছিল কাকতখনৰ সঞ্জীৱনী। তেওঁ কাকতখনলৈ কিছু পৰিবৰ্তন আনিলে, দুটা নতুন শিতান যোগ দিলে আৰু কিছু কষ্ট কৰি ভাষা আৰু ছপা উন্নত কৰিলে।

ইতিমধ্যে তেওঁৰ বন্ধু-বান্ধৱ গোট খালে। চাহ বাগিছাৰ মালিক বৰুৱা, মেডিকেল কলেজৰ ডাক্তৰ বৰুৱা, বিদেশী চাহ-বাগিছাৰ পৰিচালক দুই-এক, দুজনমান উকীল, ব্যৱসায়ী আদিৰ লগত পৰিচয় আৰু বন্ধুত্ব হ'ল। ক্ৰমে ক্ৰমে প্ৰথমে চিগাৰেট আৰু তাৰ পাছত সামান্য পানাভ্যাস আৰম্ভ হ'ল। জিলা ব্ৰিজ্ প্ৰতিযোগিতাত বাগিছা-মালিক বৰুৱাক সংগী কৰি লৈ বিজয়ী হ'ল। টেনিচ্ প্ৰতিযোগিতাত মিক্স্‌ড্ ডাবল্‌চত বৰুৱাৰ পত্নী ৰত্না সুন্দৰীৰ লগত বিজয়ী আৰু চিংগল্‌চত ৰাণাৰ্চ-আপ্ হৈ মেডেল দখল কৰিলে। তেওঁ ককায়েকলৈ টকা পঠালে আৰু ককায়েকে দূৰৰ এখন ভিতৰুৱা গাঁৱত মাটি কিনি ঘৰ সাজি খেতি পথাৰত মন দিলে। তেওঁ নিজে উদ্যোগ লৈ ককায়েকৰ বিয়া পাতি দিলে আৰু কিছুদিনৰ পিছত তেওঁৰ এসময়ৰ আন্দোলনৰ কৰ্মস্থলীৰ পৰা অহা এটা প্ৰস্তাৱত সমৰ্থন দি আন্দোলনকাৰী পৰিয়াল এটাৰ পৰা কমবয়সীয়া ছোৱালী এজনীৰ লগত বিয়া পাতি সংসাৰ আৰম্ভ কৰিলে।

এটা নতুন নিচাত সম্ভৱতঃ তেওঁ মত্ত হৈছিল। সাফল্যৰ নিচা? প্ৰতিষ্ঠাৰ নিচা? পাৰ্থিৱ সম্ভোগৰ নিচা? হয়তো এক আশ্চৰ্য্য সংমিশ্ৰনৰ অপ্ৰতিৰোধ্য নিচা। তেওঁৰ জীৱনলৈ সাফল্য আহিল, সামাজিক প্ৰতিষ্ঠা আহিল, পাৰ্থিৱ স্বচ্ছলতা আহিল। ইংৰাজী বাতৰি কাকতৰ সম্পাদকৰ সামাজিক অৱস্থান, সমৃদ্ধ, প্ৰতিষ্ঠিত বন্ধু-বান্ধৱ, উচ্চ সমাজ, সুন্দৰী পত্নী, ক্লাব, টেনিচ্, ব্ৰিজ্, মৎস্য চিকাৰ, নৌকা বিহাৰ, পিক্‌নিক্, পান-ভোজন, পাৰ্টি, মাজে মাজে চিনেমা। এই নতুন জীৱনত তেওঁ সম্পূৰ্ণৰূপে নিমজ্জিত হৈ গ'ল। হয়তো ইয়াক গ্ৰহণ কৰিব পৰাকৈ তেওঁৰ এক সুপ্ত মানসিক পটভূমি প্ৰস্তুত আছিল। কৈশোৰত কঠোৰ দাৰিদ্ৰৰ মাজত তেওঁৰ কৃচ্ছ-সাধনাৰ লক্ষ্য আছিল সমাজত তেওঁৰ প্ৰতিষ্ঠা,

নিঃসংকোচ, সমগ্র গ্ৰহণ; তেওঁৰ সম্পৰ্কে সকলো প্ৰশ্ন, সংশয়, সংকোচ, উপেক্ষাৰ অৱসান। আজি তেওঁৰ কিশোৰ স্বপ্নই বাস্তৱ ৰূপ পাইছে আৰু তেওঁ বিস্মৃত হৈছে যৌৱনৰ পৰিণত বোধ, পবিত্ৰ ব্ৰত; গুৰুত্বহীন হৈ পৰিছে প্ৰতিশ্ৰুত সংগ্ৰামৰ পথত এৰি অহা ত্যাগ আৰু দুৰ্ভোগৰ গৌৰৱময় অমূল্য দিনবোৰ।

কিন্তু এদিন এই পৰ্য্যায়ৰো অন্ত পৰে। যেন এটা ঢৌ মাৰ গ'ল, এজাক ধুমুহা সাম কাটিলে, জোৱাৰত ভাটা পৰিল। কাল অন্ত হ'ল; জীৱনে গতি সলালে। ঋতুৰ পৰিবৰ্তনৰ দৰে সহজে, স্বাভাৱিকভাৱে। কেনেকৈ, কি কাৰণে এই পৰিবৰ্তন আহিল জনা নাযায়, কাৰণ তেওঁৰ জীৱনৰ আন বহু ঘটনা পৰিঘটনাৰ দৰে এই ঘটনাও অব্যক্ত ৰৈ গৈছিল। হয়তো কোনো এটা ঘটনা, কোনো সংবাদ, ক'ৰবাত শুনা এটা বক্তৃতা বা বাণী কোনো তৰ্ক, তিৰস্কাৰ, আলোচনা, অভিযোগ— যি তেওঁৰ ভিতৰত ক'ৰবাত এটা খুন্দা মাৰিলে, মুহূৰ্তৰ বাবে হয়তো তেওঁৰ বোধ-চিন্তা-ভাৱ থৰ হৈ গ'ল, তাৰ পিছত সি তেওঁৰ মনৰ ভিতৰত ঘূৰা-পকা কৰিব ধৰিলে। ইতিমধ্যে আন্দোলন পুনৰ সঞ্জীৱিত হৈ উঠিছিল, বতাহ গৰম হৈ আহিছিল, ভাৰত-ত্যাগৰ ধ্বনি উঠিছিল। আৰু তেওঁ নতুন পৰিস্থিতি আৰু ৰাজনৈতিক অৱস্থানৰ সামঞ্জস্যপূৰ্ণভাৱে ইটোৰ পিছত সিটোকৈ কেইটামান জাতীয়তাবাদী সম্পাদকীয় লিখি উলিয়ালে। কাকতৰ পৃষ্ঠপোষক বিদেশী চাহ-গোষ্ঠীৰ দুই-এজনে প্ৰথমে বিৰক্তি প্ৰকাশ কৰিলে, তাৰ পিছত প্ৰায় স্পষ্টভাৱেই কাকতৰ মালিকপক্ষৰ ওচৰত আপত্তি দৰ্শালে। উপদেষ্টা মিত্ৰবাবুৱে তেওঁক কাকতখনৰ আৰ্থিক স্থিতি আৰু সীমাবদ্ধতাৰ কথা বুজালে আৰু বাস্তৱিক দৃষ্টিৰে কিছু সতৰ্কতাৰে এক ভাৰসাম্য সম্পাদকীয় নীতি গ্ৰহণ কৰাৰ আৱশ্যকতা ব্যাখ্যা কৰিলে। যেন তেওঁ এনে এটা পৰিস্থিতিৰে আশা কৰিছিল, বা হয়তো তাৰেই অৱচেতন প্ৰস্তুতি চলাইছিল; তেওঁ বিচৰা পথটি তেওঁ দেখা পালে। তেওঁ ইস্তফা দিব খুজিলে, কিন্তু মৰমিয়াল মহিলা গৰাকীয়ে তেওঁক কোনোপধ্যে এৰি দিবলৈ মান্তি নহ'ল। অৱশেষত এমাহৰ চুটি লৈ সহকাৰী গোস্বামীক সকলোবোৰ বুজাই তেওঁ আঁতৰি আহিল।

যেনে তেনে, যিমান সম্ভৱ সোনকালে তেওঁ ডিব্ৰুগড় এৰিব খুজিছিল। তেওঁ এক ধৰণৰ অস্বস্তিবোধ কৰিবলৈ লৈছিল। নিজৰ ওচৰতে তেওঁৰ অসহজ লাগিছিল। এইটো কোন? তেওঁনে? এয়া তেওঁৰ জীৱন নে? কলেজৰ ছাত্ৰ-নেতা, ন-দুৱাৰত উদয়াস্ত ক্লান্তিহীন আন্দোলনকাৰী, জীৱনৰ প্ৰতি সততাৰ অহংকাৰত চোমনিৰ মুগা ৰখীয়া, আৰু আজি? মুগা-ৰখীয়াৰ ধনু-কাঁড় এৰি

তেওঁ তুলি ললেহি চিএগাহি-কলম, সেইটো বুজিব পাৰি। কিন্তু টেনিচ্ ৰেকেট্, ক্লাবত সুৰাৰ গিলাচ, গ'ল্ড্ ফ্লে'কৰ টিন? কোনো বিদায় উৎসৱ, কোনো বিদায়-আপ্যায়ন নোহোৱাকৈ তেওঁ দ্রুতভাৱে আঁতৰি আহিল। জাহাজৰ পৰা একাঁঠু পানীত নামি, এচোৱা নাৱেৰে আহি ৰৈ থকা গৰু-গাড়ীত উঠি স্ত্রী-কন্যা সহ তেওঁ ককায়েকৰ ঘৰলৈ বুলি নাম-পৰিচয়বিহীন এখন ক্ষুদ্র, অন্ধকাৰাচ্ছন্ন গাঁৱলৈ স্ব-আৰোপিত নির্বাসনৰ শাস্তি লৈ আহিল।

ইতিমধ্যে অমিয়দাদা আৰু তেওঁৰ জগতৰ লগত সম্পর্ক হেৰাইছিল। অতীতৰ পৰা বিচ্ছিন্ন হৈ তেওঁ এক নতুন জীৱনৰ মাজত আত্মহাৰা হৈ পৰিছিল, আজি য'ৰ তেওঁ প্রায় পলাই আহিছে। কি ধৰণৰ অনুভূতি হৈছিল তেওঁৰ? অস্বস্তি? অনুশোচনা? অপৰাধবোধ? আত্মপ্রতিষ্ঠাৰ সংগ্রামৰ পৰা স্বাধীনতাৰ ব্রত আৰু তাৰ পৰা পুনৰ আত্মপ্রতিষ্ঠাৰ আনন্দ আৰু উপভোগ। কি হৈ গ'ল আৰু জীৱনটো? বাট-পথ হীন, অৰণ্যাকীর্ণ, প্রায় অসূর্য্যম্পর্শা ক্ষুদ্র গাঁৱত ককায়েকৰ কেঁচা, খেৰী ঘৰত ৰাতিৰ আন্ধাৰ বাৰান্দত বহি তেওঁ ভাৱে, কি হৈ গ'ল জীৱনটো ? কি দৃঢ়তা আছিল, আঁকোৰগোজ সংকল্প আছিল, কিমান কষ্টৰে নিজকে গঢ় দি আনিছিল। স্বপ্ন আছিল, নিজকে প্রতিষ্ঠা কৰিব, দহজনৰ মাজৰ এজন হৈ ঠিয় হ'ব, সমাজে তেওঁলৈ চাব আৰু তেওঁ সমাজক দিব। অধ্যাপক টমাচৰ প্রিয় ছাত্র হৈ থকাহেঁতেন আজি তেওঁ সহপাঠী বন্ধু চালেহৰ দৰে হয়তো এক্‌ষ্ট্রা এচিষ্টেণ্ট্ কমিছনাৰ্ হলহেঁতেন, সেই মোহ ত্যাগ কৰাৰ পিছতো কিয় তেওঁ সুখী, বিলাসী, আৰামৰ জীৱনৰ মায়াজালত আকৌ ভৰি দিলে? জেলৰ পৰা ওলাই কিয় তেওঁ বিভ্রান্ত হ'ল? কিয় অস্থিৰ হ'ল কিবা এটা কৰিবলৈ, থিতাপি লাগিবলৈ, কিবা হ'বলৈ? তেনেহ'লে তেওঁ কি আত্ম প্রতিষ্ঠাৰ মোহৰ পৰা সম্পূর্ণ মুক্ত হ'ব পৰা নাছিল? নহলে, কিয় আন হেজাৰজন সংগ্রামী কর্মীৰ দৰে নিৰুদ্দেশ্য, নিৰুদ্বেগ, নিষ্কর্ম জীৱনৰ সোঁতত নিজকে এৰি নিদিলে? নিজৰ জীৱনটোত কিবা এটা কৰিবই লাগিব বুলি কৰি লোৱা বিশ্বাসৰ বাবেই কি আন দহজনৰ দৰে তেওঁ এক অনির্দিষ্ট গতিত নিজক এৰি দিব নোৱাৰিলে? এইটো কেৱল এটা অসতর্ক দুর্ঘটনা বুলি তেওঁ নিজকে ক্ষমা কৰিব পাৰিবনে?

স্বাধীনতা সংগ্রামীৰ কষ্ট আৰু ত্যাগৰ ৰাজহুৱা জীৱন আৰু সাংবাদিকৰ আৰাম আৰু সহজ ব্যক্তিগত জীৱন, দুয়োটাৰে পৰা তেওঁ নির্বাসন লৈছে। কোনোটোলৈকে আৰু তেওঁ ঘূৰি যাব নোৱাৰে। তেওঁ নতুনকৈ চিন্তা কৰিব লাগিব, নতুনকৈ জীয়াই থাকিব লাগিব। কেইবাদিনো আন্ধাৰ বাৰান্দাত বহি

তেওঁ ঠিক কৰিলে তেওঁ এই নাম নোহোৱা গাঁৱত এজন নামহীন সাধাৰণ মানুহৰূপেই গাঁৱৰ জীৱন যাপন কৰি থাকিব। মৌজাদাৰৰ মহৰী পদ এৰি আন্দোলনৰ কৰ্মীৰূপে জে'ললৈ যোৱা ৰঙাই মহৰীয়ে জে'লৰ পৰা ওলাই আহি নিমখ-তেল, বিড়ী-চাহপাতৰ এখন সৰু দোকান দিছিল। দোকানখন প্ৰায় অচল হৈ পৰাত ককায়েকৰ পৰামৰ্শমতে তেওঁ সেই দোকানখন কিনি ল'লে। আকৌ এবাৰ সাফল্যই তেওঁৰ হাতত ধৰিলে। তেওঁ দোকানৰ আকাৰ বঢ়ালে, পন্যৰ সংখ্যা আৰু পৰিমাণ বঢ়ালে, ৰেশ্যনৰ চেনী আৰু কেৰাচিন বিক্ৰীৰ অনুমতি আনিলে তেওঁৰ শিক্ষা আৰু ব্যক্তিত্বৰ বাবে ওচৰৰ আৰু দূৰৰ মাৰোৱাৰী ব্যৱসায়ী আৰু ধান কলৰ মালিক কেইজনে তেওঁৰ ফালে সহযোগিতাৰ হাত আগবঢ়ালে। ক্ৰমে খাদ্য-সামগ্ৰীৰ পৰা মণিহাৰী, ফটা কাপোৰৰ পৰা পেটেন্ট্ দৰৱ, মেণ্টল্ লাইট আৰু বাইচাইক্লৰ অংশৰ পৰা ৰূপচৰ্চাৰ সুগন্ধিলৈকে— প্ৰায় সকলো বস্তুৰ সুলভ মূল্যৰ প্ৰাপ্তিস্থানৰূপে তেওঁৰ দোকান সেই অঞ্চলত জনাজাত হ'ল। একাধিক চাহ-বাগিছাৰ যোগান আৰু হুণ্ডিৰ দায়িত্ব তেওঁ ললে। তেওঁৰ সংসাৰ বাঢ়িল। তেওঁ শিলগুটি দিয়া মূল পথৰ মুকলি ঠাইত নিজৰ নতুন ডাঙৰ ঘৰ সাজি ডাঙৰকৈ দোকান বহুৱালে আৰু পাইকাৰী ব্যৱসায় হাতত ল'লে। ক্ৰমে তেওঁক সকলোৱে জনা হ'ল; তেওঁৰ অতীতৰ বিষয়ে প্ৰচাৰ হ'ল। সেই অঞ্চলৰ স্বাধীনতা আন্দোলনৰ কৰ্মীসকলে তেওঁৰ লগত যোগাযোগ কৰিলে। সংসাৰৰ দায়িত্ব আৰু ব্যৱসায়ৰ ব্যস্ততাৰ বাবে তেওঁ প্ৰত্যক্ষভাৱে সক্ৰিয় হ'ব নোৱাৰিলেও তেওঁ সিবিলাকক দিহা-পৰামৰ্শ, যা-যোগাৰ, দান-বৰঙণি আদিৰে সহায় কৰিলে। অমিয়দাদা বা জ্যোতিপ্ৰসাদ বা পুষ্পলতা বাইদেউহঁত আহিলে তেওঁলোকৰ সভা-সমিতিত উপস্থিত হ'ল। অৱশ্যে, খুব সম্ভৱ, তেওঁ মনে মনে এটা দূৰত্ব অনুভৱ কৰিলে। স্থানীয় ডেকা ল'ৰাবিলাক আগবাঢ়ি আহিছে, তেওঁলোক খুব সক্ৰিয়, অত্যন্ত আত্ম-নিমজ্জিত, হয়তো কিছু উগ্ৰ; তেওঁ অনুভৱ কৰে, তেওঁ সিহঁতৰ মাজৰ নহয়, বাহিৰৰ পৰা আহি সিহঁতৰ কাষত ঠিয় হোৱা শ্ৰদ্ধেয় সহযোগী, আলোচনাত পৰামৰ্শদাতা মাত্ৰ।

সেয়ে সেইবাৰ যেতিয়া আন্দোলনৰ নতুন কাৰ্য্যসূচী গ্ৰহণ কৰা হ'ল, সমগ্ৰ অঞ্চলৰ তিনিটা মৌজাৰ ৰাইজে বৃহৎ শোভাযাত্ৰা কৰি থানাত পতাকা উত্তোলন কৰাৰ সিদ্ধান্ত লোৱা হ'ল, যি কোনো কাৰণতে তেওঁৰ কোনো বিশেষ দায়িত্ব নাথাকিল; ডেকাহঁতেই আগভাগ লৈ সকলো আয়োজন কৰিলে। দুদিনৰ আগতে তেওঁ চহৰলৈ যাব লগা হ'ল আৰু দুৰ্ভাগ্যবশতঃ পিছদিনা অৰ্থাৎ

শোভাযাত্ৰাৰ আগদিনা কৰ্তৃপক্ষই চহৰৰ পৰা যান-বাহন ওলোৱা-সোমোৱা বন্ধ কৰি দিয়াত তেওঁলোকৰ ফালৰ একমাত্ৰ বাছখন যাত্ৰা কৰিবই নোৱাৰিলে আৰু তেওঁ চহৰতে আবদ্ধ হৈ গ'ল। পিছদিনা আন এটা চুটি অপ্ৰধান বাটেদি বাছখন অহাৰ সম্ভেদ পাই তেওঁ আন্ধাৰে-পোহৰে চহৰ এৰিলে যদিও ঘৰ পাওঁতে সন্ধ্যা লাগি ভাগিল। কিন্তু অঞ্চলটোত সেইদিনা দিনতে সন্ধিয়া লাগিছিল, শোভাযাত্ৰীৰ ওপৰত গুলীচালনাত দুজন নিহত আৰু কেইবাজনো আহত হৈছিল।

কোনোদিন ক'তো কাকো তেওঁৰ সেইদিনা শোভাযাত্ৰাত অনুপস্থিতিৰ ব্যাখ্যা দিব লগা নহৈছিল, চহৰত তেওঁ আৰু আন আৰু দুজনমান কৰ্মী আবদ্ধ হৈ যোৱাৰ কথা সকলোৱে গম পাইছিল। কিন্তু তেওঁৰ নিজৰ ওচৰত তাৰ ব্যাখ্যা আজিও সম্ভৱতঃ গৃহীত হোৱা নাই। সকলো বাস্তৱ প্ৰতিবন্ধক মানি লৈও তেওঁ দুদিন আগতে চহৰলৈ যোৱা আৰু বাস্তৱিক অসুবিধাত ঘূৰি আহিব নোৱাৰাৰ কথাটো তেওঁ সহজভাৱে ল'ব নোৱাৰে। তেওঁ গুৰুত্ব নোপোৱা কাৰণে কি শোভাযাত্ৰাত তেৰোঁ গুৰুত্ব দিয়া নাছিল? এসময়ত আঠাইছ মাইল খোজকাঢ়ি কান্ধত চাউল-চিৰাৰ টোপোলা লৈ তেওঁ এক লক্ষ্যৰ সন্ধানত চহৰলৈ গৈছিল। এতিয়া হয় তেওঁৰ বয়স হ'ল অথবা, যিটো বয়সৰেই লক্ষণ, পুত্ৰ-কন্যা-সংসাৰৰ প্ৰতি মোহৰ ওজনত পাল্লা ভুল ফালে গধুৰ হ'ল। জীৱনৰ অৱশিষ্ট কালৰ বিভিন্ন সময়ৰ বিভিন্ন অৱসৰত নিজৰ প্ৰতি এই অভিযোগৰ অস্বস্তিৰ পৰা তেওঁ মুক্ত হ'ব নোৱাৰে। কাৰণ, তেওঁৰ হাতত এই অস্বস্তিকৰ প্ৰশ্নৰ কোনো বিশ্বাসযোগ্য উত্তৰ নাই।

এটা চাকি হাতত লৈ বাউদেউ গৈ গোঁসাইঘৰত সোমাল আৰু কিছু পিছত ওলাই আহিল। বাউদেউৰ প্ৰাৰ্থনাই এইকেদিন কিছু দীঘল সময় লৈছে। সি বহাৰ পৰা উঠি ভিতৰলৈ গ'ল। ৰোগীৰ কোঠাৰ খিড়িকীখন বন্ধ হৈছে, তেওঁ ওপৰমুখকৈ পৰি আছে। দূৰৰ বেৰলৈ নে ওপৰৰ চিলিঙলৈ চাইছে ঠিক ধৰিব নোৱাৰি। সি ওচৰলৈ গ'ল। এইবাৰ তেওঁ তালৈ চালে। সি বুজিলে, তেওঁৰ কিবা ক'বলগীয়া আছে। তেওঁ ভোগদলৰ কথা সুধিলে আৰু সি তেওঁক আশ্বস্ত কৰিলে। বাইদেউ আহি ধূনাবানটো ঘূৰাই দিলে, সুগন্ধি ধোঁৱাৰে কোঠাটো ভৰি গ'ল। খবৰ কৰা মানুহবোৰ ইতিমধ্যে গৈছেগৈ। পাকঘৰত গোঁসায়নী বাইদেৱে কিবা কামত সহায় কৰি দিছে। বাহিৰৰ কাম কৰা ল'ৰাটোৱে গৰুক দানা দি গোহালিত বান্ধি দানা-চৰিয়া ধুইছে। দূৰ সম্পৰ্কীয়া ভতিজাজনীয়ে লেম্পবোৰ জ্বলাই দি নিজে এটা পঢ়া টেবুললৈ অভ্যাসবশতঃ লৈ গৈছে। ঘৰত থকা বহুদিনীয়া সকলো-কামৰ বাবে উপযুক্ত ল'ৰাটোৱে

ডাক্তৰ-বজাৰ-দোকান আৰু নানানটা কামৰ লেঠা মাৰি আহি ক্লান্ত হৈ বাইদেৱে দিয়া চাহ কাপ খাবলৈ বাৰান্দাত বহিছে। বাইদেউক ৰাতিৰ বাবে চাউল উলিয়াই দি মা আহি ৰোগীৰ ওচৰত বহিল। সি পুনৰ বাৰান্দালৈ আহিল। বাহিৰত আন্ধাৰ। সি পিছফালে গৈ বাথ্‌ৰুমত সোমাল আৰু বাথ্‌ৰুমৰ পৰা ওলাই দেখিলে পিছফালৰ কুঁৱাৰ পাৰৰ বাটেদি এটা আন্ধাৰ ছাঁ আহিছে। ছাঁটো আহি তাৰ ওচৰত ৰ'লহি। বাছা।

"দাদা!" বাছাই মাতিলে। সি বুজিলে, এইটো এটা প্ৰশ্ন।

"একেই আছে। একোতো ধৰিব নোৱাৰি........। কিন্তু আজি দেখোন মোৰ মনটো ভাল লগা নাই।" সি ক'লে।

"কিয়? কিবা........." বাছাৰ কণ্ঠ উদ্বিগ্ন।

"নাই, তেনেকুৱা একো নাই। কিন্তু আবেলি ভোগদলক মাতিবলৈ ক'লে। পুথি পঢ়িবলৈ। কোনো দিনতো এইবোৰ বিচৰা নাছিল।" সি ক'লে। কিছু সন্দিগ্ধ। সিও কোনো স্বৰ্গীয় ইংগিতত বিশ্বাস কৰিব ধৰিছে।

"এনেকুৱা সময়ৰ মানুহ বৰ দুৰ্বল হৈ যায়তো।" বাছাই ব্যাখ্য দিলে। সি এইবোৰ বিশ্বাস নকৰে, কিন্তু সি বোধহয় ককায়েকক আশ্বাস দিব খুজিলে। পদূলিয়েদি মটৰ চাইকেল এখন সোমাই আহিল।

"ডাক্তৰ আহিছে।" সি ক'লে—

"মই ইয়াতে ৰৈছো।" বাছাই ক'লে। সি সামান্য ইতস্ততঃ কৰি ভিতৰলৈ গ'ল।

ডাক্তৰ ইছ্‌লাৰীয়ে ৰোগীৰ ওচৰত বহি তেওঁক চালে। গ্লুক'জ এটা দিলে। একাপ চাহ খালে। আৰু বিদায় লৈ ওলাই গ'ল। সি তেওঁৰ লগে লগে আগবাঢ়িল। আগফালে মটৰ-বাইক্‌খনৰ ওচৰত আন্ধাৰৰ মাজৰ পৰা বাছাৰ ছাঁ আহি সিহঁতৰ ওচৰ চাপিল।

"আজি অলপ বেছি বেয়া নেকি?" বাছায়েই সুধিলে।

"বেছি বেয়া বুলি ক'ব নোৱাৰি। মইতো এইকেদিন একেই পাই আছো। কিন্তু একো কোৱা নাযায়। ইট্ কুড্ বি এনী ডে'।" ডাক্তৰে ক'লে।

সি গীতা-পাঠৰ কথাটো ক'ব খুজিও ৰৈ গ'ল।

"আপুনি কিন্তু অলপ বেছি ৰিস্ক্ লৈছে নেকি!" ডাক্তৰে বাছাক ইংগিত দিলে।

"অঁ, ময়ো কৈছো, আহি থাকিব নালাগে। খবৰটোতো পাবিয়েই। পুলিচে অৱশ্যে এতিয়ালৈকে দিগ্‌দাৰ কৰা নাই। কিন্তু কৰিলে পিতাৰ কাৰণে কি হ'ব, ভাবি চাছোন।" সি ক'লে।

"আপুনিহে ভাৱিছে বা হয়তো আপোনাৰ ঘৰত দিগ্‌দাৰ কৰা নাই বুলি আপুনি চিন্তা কৰা নাই। কিন্তু সিহঁতেতো এনেই বহি থকা নাই বা নাথাকেও।" ইছ্‌লাৰীয়ে তেওঁৰ কথাকোৱাৰ বিশেষ ধৰণে ক'লে। বাছাই একো নামাতিলে। মটৰ-বাইক্ ষ্টাৰ্ট দি ডাক্তৰ গ'লগৈ। বাছা তাৰ ওচৰত অসহজভাৱে ঠিয় দি ৰ'ল।

"তই আৰু আহিব নালাগে। খবৰ ৰাখি থাকিবি।" সি ক'লে, তাৰ পিছত কিবা এটা চিন্তা কৰি যোগ দিলে, "এবাৰ চাবিগৈ নেকি? কোনো নাই এতিয়া।"

বাছা কেই চেকেণ্ডমান মনে মনে থাকিল, যেন কিবা ভাবিলে। তাৰ পিছত ক'লে, "থাক, নেলাগে। মই যাওঁ।" আৰু আন্ধাৰত মিলি গ'ল।

সি অলপ সময় আন্ধাৰতে ঠিয় দি থাকিল। তাৰ নিজকে নিষ্ঠুৰ যেন লাগিল, যদিও সি একো কৰা নাই। কিন্তু একো কৰা নাইনে? সি ভবা নাইনে যে একেলগে দুটা বিপদ আহিলে তাৰ চম্ভালিবলৈ টান হ'ব? সি বাছাৰ সুৰক্ষাৰ কথা ভাবিছেনে তাৰ বিপদৰ কথা?

বাইদেউ আৰু তাৰ তলত আৰু দুজনী ছোৱালী, তাৰ তলত বাছা—তেওঁৰ পঞ্চম আৰু সৰ্বকনিষ্ঠ সন্তান, তেওঁৰ জীৱনৰ পৰম আশা আৰু চৰম ব্যৰ্থতা। সৰুৰে পৰাই বাছাই অদ্ভুত মেধাৰ পৰিচয় দিছিল আৰু সেয়ে তাৰ সম্পৰ্কে তেওঁৰ বেলেগ পৰিকল্পনা আছিল। ইতিমধ্যে তেওঁৰ ব্যৱসায় সুপ্ৰতিষ্ঠিত হৈছিল। সমাজৰ লগত তেওঁ এইবাৰ আন এক ধৰণে জড়িত হৈ পৰিবলৈ সংকল্প কৰিছিল। ৰাইজৰ সহযোগত আৰু দিন-ৰাতিৰ অক্লান্ত পৰিশ্ৰমৰ অন্তত তেওঁ এটা দীঘলীয়া ঘৰ সাজি অঞ্চলটোৰ প্ৰথমখন হাইস্কুল প্ৰতিষ্ঠা কৰিলে। পৰিচালনা সমিতিৰ সভাপতি হৈ গাঁৱে গাঁৱে ঘৰে ঘৰে ছাত্ৰ-ছাত্ৰী গোটাই পুৱাবেলা নিজে পাঠদান আৰম্ভ কৰিলে। ৰাইজৰ পৰা আৰু মাৰোৱাৰী ব্যৱসায়ী আৰু অন্যান্যৰ পৰা চান্দা সংগ্ৰহ কৰি সেই অঞ্চলৰ প্ৰথম দাতব্য চিকিৎসালয়খন স্থাপন কৰিলে। এজন ডাক্তৰ বিচাৰি আনি নিজৰ ঘৰত থকা-খোৱাৰ ব্যৱস্থা কৰি দিলে। ক্ৰমে অধিক পৰিমাণে তেওঁ সামাজিক বিভিন্ন ক্ৰিয়া-কাণ্ডৰ মাজত সোমাই পৰিল; তেওঁ মন নকৰিলে যে তেওঁৰ ব্যৱসায় কিছু পৰিমাণে স্থবিৰ হৈ গ'ল। এই সময়তে দেশ স্বাধীন হ'ল আৰু স্বাধীনতাৰ

আনন্দ সম্পূৰ্ণ উপভোগ কৰিবলৈ নৌ পাওঁতেই বিপৰ্য্যয়ে তেওঁক আঘাত কৰিলে। চহৰৰ পৰা পাইকাৰী ব্যৱসায়ৰ পন্য লৈ অহা এখন ভৰা নাও ব্ৰহ্মপুত্ৰত ডুবি তেওঁৰ কেইবাহাজাৰো টকা লোকচান হ'ল। প্ৰায় লগে লগে এটা এটাকৈ ত্ৰিপুৰা বেংক, নাথ বেংক আৰু গুৱাহাটী বেংক দেউলীয়া হৈ তেওঁৰ ব্যৱসায়ত প্ৰচণ্ড আঘাত হানিলে। অপ্ৰত্যাশিত এনে উপৰ্যুপৰি বিপৰ্য্যয়ত তেওঁ প্ৰথমে বিভ্ৰান্ত হ'ল। তেওঁ পাইকাৰী ব্যৱসায়ৰ এজেন্সীবোৰ এৰি দিলে। ইতিমধ্যে বিয়পি পৰা মাৰোৱাৰী ব্যৱসায়ীবোৰৰ লগত প্ৰতিযোগিতা অসম্ভৱ হৈ পৰিল। তেওঁ বাস্তৱক সহজে মানি ল'লে আৰু ক্ষুদ্ৰ পৰিসৰত সাধাৰণভাৱে তেওঁৰ দোকানখন চলি থাকিল। সমাজৰ প্ৰয়োজনত, স্বাধীনতাৰ পিছৰ দেশৰ কৰ্মকাণ্ডৰ প্ৰয়োজনত, হয়তো, তাতকৈও বেছিকৈ, নিজৰ প্ৰয়োজনত তেওঁ আৰু অধিক মাত্ৰাত সমাজৰ বিভিন্ন সমস্যাৰ লগত জড়িত হৈ পৰিল। হাইস্কুল, দাতব্য চিকিৎসালয়, পুথিভঁৰাল, মাৰোৱাৰী সমিতি, মিলাৰ্চ্ এচোচিয়েচন্, গাঁও পঞ্চায়ত, মাৰ্কেটিং চ'ছাইটি, ব্ৰাহ্মসমাজ, গোপচাৰ সংৰক্ষণ সমিতি, খহনীয়া প্ৰতিৰোধ সমিতি, দেৱালয় উন্নয়ন সমিতি, কৃষক সমবায় সমিতি— অঞ্চলটোৰ সকলো অনুষ্ঠানৰ তেওঁ অৱশ্যম্ভাৱী সভাপতি আৰু সক্ৰিয়তম সদস্য; কত বিচিত্ৰ ধৰণৰ সমস্যা লৈ কত ঠাইৰ পৰা মানুহ তেওঁৰ ওচৰলৈ আহে, তেওঁৰ পৰা পৰামৰ্শ, সমাধান বা ৰায় বিচাৰে। তেওঁ সকলোকে সন্তুষ্ট কৰি পঠায়। তেওঁলোকৰ কামত নিজে খৰচান্ত হৈও তেওঁ অনেকবাৰ চহৰ বা ৰাজধানীলৈ যাবলগা হয়। অঞ্চলটোত চৰকাৰ আৰু দলৰ বয়োজ্যোষ্ঠজন হৈও তেওঁ ক্ষমতাৰ ৰাজনীতিৰ পৰা আঁতৰত থাকে। তেওঁ বুজে, নেতৃত্বই তেওঁক অৱহেলা কৰিছে, অন্যায়ভাৱে একাষৰীয়া কৰি ৰাখিছে, হয়তো, এইকাৰণে যে তেওঁলোকৰ বাবে তেওঁ বৰ 'সহজ' মানুহ নহয়। কিন্তু তাৰ বাবে তেওঁৰ কোনো আক্ষেপ বা অভিযোগ নাছিল, কাৰণ তেওঁৰ কোনো অভিলাস বা প্ৰত্যাশাই নাছিল। তেওঁৰ প্ৰতি এই অন্যায়ৰ সুবিধা লৈ পুৰণি বন্ধু ডাক্তৰ বৰুৱা আহিছিল, বিৰোধী দলৰ হৈ প্ৰতিনিধিত্ব কৰিবলৈ তেওঁক অনুৰোধ জনাবলৈ; তেওঁলোকৰ হিচাবত তেওঁৰ জয় নিশ্চিত আছিল, কিন্তু তেওঁ তেওঁলোকক নিৰস্ত কৰিলে।

ইয়াৰ পিছত প্ৰথমবাৰ ৰোগাক্ৰান্ত হৈ যেতিয়া চিকিৎসাৰ অন্তত তেওঁ সুস্থতা লাভ কৰে তেতিয়া তেওঁ ঘৰৰ ফালে, নিজৰ দায়িত্বৰ প্ৰতি মন দিবলৈ ঠিক কৰে। আৰু ইয়াতো তেওঁ বিশেষ অসুবিধা নোহোৱাকৈয়ে সহজেই দায়িত্ববোৰ সম্পাদন কৰি গ'ল। এটা চৰকাৰী ঋণ আদায় কৰি তেওঁ নতুনকৈ ঘৰটো সাজিলে, ডাঙৰ জীয়েকক চহৰলৈ বিয়া দিলে, ডাঙৰ পুতেকৰ পঢ়া

সম্পূৰ্ণ কৰাই চহৰতে সংস্থাপন দিয়ালে আৰু তাৰ পিছত দ্বিতীয়জনী ছোৱালীক এজন পুৰণি বন্ধুৰ ল'ৰালৈ কিছু দূৰলৈ বিয়া দিলে। কলেজৰ ফাইনেল পৰীক্ষাৰ্থী সৰু জীয়েকৰ বিয়াৰ কথা-বতৰা চলি থাকোতেই তেওঁ প্ৰথম পাৰিবাৰিক আঘাতটো পালে। ভাইৰেল্ ইন্‌ফেক্‌শ্যন্ হৈ কোনো চিকিৎসা পোৱাৰ পূৰ্বেই সৰু জীয়েকে তেওঁৰ পৰা নিষ্ঠুৰভাৱে বিদায় ল'লে। কিছু কষ্টৰে তেওঁ নিজকে চম্ভালিলে; কাৰণ, এতিয়াও তেওঁৰ কৰ্তব্য সম্পূৰ্ণ হোৱা নাই। তেওঁৰ অতি মৰমৰ সৰু ল'ৰা বাছা আছে, তাৰ প্ৰতিশ্ৰুতিময় ভৱিষ্যত আছে আৰু তাক লৈ দেখা তেওঁৰ নিজৰ জীৱনৰ বহু অপূৰ্ণ স্বপ্ন পূৰণ কৰিবলৈ আছে। তেওঁ সংসাৰ স্বাভাৱিক গতিত আগবঢ়াই নিলে। বাছাই প্ৰতিটো পৰীক্ষাতে সুনাম অৰ্জন কৰি তেওঁৰ আশা সজীৱ কৰি ৰাখিলে। দুবছৰৰ পিছত বাছাক দিল্লীত এড্‌মিশ্যন্ দি মাজু জীয়েক আৰু জোঁৱায়েক গোৱাত ফুৰিবলৈ গৈছিল; এটা ভয়াবহ পথ-দুৰ্ঘটনাত তাতে দুয়ো নিহত হয়। এইবাৰ তেওঁ প্ৰায় ভাগি পৰিবৰ উপক্ৰম হয়।

কি হৈছে? এতিয়া তেওঁৰ বয়স হৈছে। আগৰ দেহ আৰু মনৰ শক্তি কমি আহিছে। এতিয়া তেওঁ তেওঁৰ ঘৰুৱা দায়িত্বখিনি সম্পূৰ্ণ কৰিব খোজে। তেওঁৰ জীৱনৰ সকলো অসম্পূৰ্ণতা বাছাৰ মাজত সম্পূৰ্ণ কৰিব খোজে। কিন্তু এনেকৈ বাৰে বাৰে আঘাত পাই থাকিলে তেওঁৰ ঘৰৰ আৰু সমাজৰ দায়িত্ব টানি নিব পাৰিবনে? কিন্তু তেওঁ দেখিলে, তেওঁ পাৰিব লাগিব। তেওঁক বিচাৰি পুনৰ মানুহ আহিল, বাছাৰ পৰা উচ্ছাসপূৰ্ণ চিঠি আহিল। তেওঁৰ পুনৰ মানুহৰ মাজত সোমাই কামত লাগিল। মানুহে নতুন বস্তু বিচাৰিছে। দাতব্য চিকিৎসালয় চৰকাৰী চিকিৎসালয়লৈ ৰূপান্তৰিত কৰাৰ পিছত তাক এতিয়া প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ কৰিবলৈ বিছাৰিছে। পশু-চিকিৎসালয় এখনৰ জৰুৰী প্ৰয়োজন অনুভৱ কৰা গৈছে, এখন কলেজৰ প্ৰস্তুতি চলোৱাৰ সময় আহি পৰিছে, ৰাজহ কাৰ্য্যালয় এটাৰ অভাৱত এই দূৰ ঠাইৰ মানুহবোৰৰ কষ্ট হৈছে, বাট-পথ-দলংবোৰ জহি-খহি গৈছে, খহনীয়াই এখন গাঁও উচ্ছন্ন কৰি দিছে, বেদখলৰ ফলত গোপচাৰ উঠি উঠি গৈছে। এই নতুন নতুন সমস্যা লৈ মানুহ আহিছে আৰু তেওঁ যেতিয়া প্ৰবল উৎসাহেৰে অসুখৰ কথা সম্পূৰ্ণ বিস্মৃত হৈ ক্লান্তিহীনভাৱে এইবোৰৰ মাজত সোমাই আশা আৰু আস্থাৰ সৃষ্টি কৰিছে, ঠিক তেতিয়াই তেওঁৰ জীৱনৰ সম্ভাব্য চৰম বিপদটোৱে তেওঁৰ সন্মুখত চকুৱে চকুৱে চাই ঠিয় হৈছে আৰু তেওঁ বুজিছে তেওঁৰ জীৱনৰ শেষ সকলো আশা আৰু আশ্বাস চুৰমাৰ হৈ গৈছে।

নাই, বিপদ নহয়, মাজে মাজে তেওঁৰ ভাব হয়, বাছাই নিজে তেওঁৰ চকুত চকু থৈ উদ্ধত প্ৰত্যাহ্বানেৰে বাহিৰ ওলাই গৈছে। যোৱাৰ আগতে অৱহেলাৰে টেবুলৰ ওপৰত দলিয়াই থৈ গৈছে এখন এশাৰী চিঠিৰ এটা লেফাফা। দিল্লীৰ কলেজৰ পৰা খবৰ আহিল যে বাছা এমাহ ধৰি কলেজৰ পৰা নিৰুদ্দেশ। তাৰ টেবুলত থকা চিঠিখনত ইংৰাজীত এটা শাৰী, 'মই এটা কামত আছো, বিচৰাৰ চেষ্টা নকৰিবা।' পুলিচে তাৰ কোঠা ওলট-পালট কৰিলে, পুৰণা কলেজত, গাঁৱত, ঘৰত, পৰিয়ালত খবৰ ল'লে। বন্ধু-বান্ধৱ, শিক্ষক, প্ৰতিবেশী সকলোকে বিভিন্ন ধৰণে প্ৰশ্ন কৰিলে।

তেওঁ প্ৰথমে বিশ্বাস কৰিব নুখুজিলে, তাৰ পিছত বাধ্য হ'ল। জীৱনত কোনোদিন বিমূঢ় নোহোৱা মানুহটো এটা সৰু ল'ৰাৰ দৰে হতভম্ব হৈ মানুহৰ মুখলৈ উত্তৰ বিচাৰি চালে, সকলোৱে কেৱল তলমূৰ কৰিলে। লাহে লাহে বিভিন্ন ঠাইৰ কলেজৰ পৰা, বিশ্ববিদ্যালয়ৰ পৰা মেধাবী ল'ৰা কিছুমান অন্তৰ্দ্ধান হোৱাৰ ৰহস্যময় টুকুৰা-টুকুৰি খবৰ আহিব ধৰিলে। তেওঁলোকে এখন অস্পষ্ট, অসম্পূৰ্ণ ছবি সজাই ল'ব পাৰিলে। তেওঁৰ প্ৰথমে তীব্ৰ অভিমান হ'ল, ক্ষোভ হ'ল, মাকৰ কান্দোন-কাটোনে সেই ক্ষোভ বঢ়াই তুলিলে। তেওঁলৈ ইমান সুন্দৰ সুন্দৰ চিঠি লিখি তেওঁক কোনো ইংগিত পৰ্য্যন্ত নিদিয়াকৈ বাছাই কেনেকৈ এনেকুৱা এটা অভাৱনীয় সিদ্ধান্ত ল'ব পাৰিলে? কিন্তু তেওঁ এইটোও জানিলে যে বাছাইও এইটো জানে যে তেওঁ কোনোদিন তাৰ সেই 'পাগ্‌লামি' মানি নল'লেহেঁতেন। ক্ৰমে তেওঁৰ ৰুদ্ধ অপ্ৰকাশিত ক্ষোভ ক্ৰোধলৈ ৰূপান্তৰিত হ'ল। প্ৰথমে অ'ত-ত'ত দুটা এটা আৰু পিছলৈ সঘনে বাছাহঁতৰ উগ্ৰপন্থী সংগঠনৰ বিভিষীকাময় কাণ্ড পুলিচ আৰু বাতৰি কাকতৰ হাতত পৰিল। মানুহৰ মুখে মুখে সেইবোৰে বিভিন্ন ধৰণে প্ৰচাৰ লাভ কৰিলে। তেওঁ বাছাক লগ পাবলৈ, বুজাবলৈ, খং কৰিবলৈ অধৈৰ্য্য হৈ উঠিল। তাৰ ভ্ৰম, ভ্ৰান্ত ধাৰণা, তাৰ অপৰিনামদৰ্শিতাৰ ভয়াবহতা দেখুৱাই দিবলৈ তেওঁ ছট্‌ফট্ কৰিব ধৰিলে।

ঘগ্ৰাপাৰত দুজন মাটিগিৰী গুলিত নিহত হৈছে, বেদেতিত এজন সুত খোৰক কোনোবাই কুঠাৰেৰে কাটি দুটুকুৰা কৰিছে বিহপুৰীয়াত এজন কুখ্যাত মণ্ডলৰ দেহটো কেইবা ছেও কৰা অৱস্থাত পোৱা গৈছে— এই ধৰণৰ নিৰ্মম খবৰে তেওঁৰ বুকুত খুন্দা মাৰেহি আৰু তেওঁৰ মগজ বিকল হৈ যায়। প্ৰতিটো নিষ্ঠুৰ ঘটনাৰ নেপথ্যত তেওঁ নিজপুত্ৰৰ ৰুক্ষ, কঠোৰ হৈ উঠা হাতখন দেখা পালে। যি শিশুসুলভ কোমল হাতে তেওঁলৈ কলমেৰে কাগজত সুন্দৰ ফুল তুলিছিল সি আজি আদিম কুঠাৰ তুলি লৈছে এক জান্তৱ আক্ৰোশত, তাৰ

প্ৰেৰণা যিমানেই মহৎ নহওক। দিন যিমান পুৰণি হ'ল, ইতিহাস যিমানে ৰক্তাক্ত হ'বলৈ ধৰিলে সিমানেই নিজৰ প্ৰিয়তম পুত্ৰ তেওঁৰ মনৰ পৰাও আঁতৰি দূৰ হৈ গ'ল আৰু তেওঁৰ ক্ৰোধ এক ক্ষমাহীন বিদেষলৈ পৰ্য্যবসিত হ'ল। তেওঁ অনুভৱ কৰিলে, তেওঁ মানুহটো সলনি হৈ গৈছে আৰু বুজিলে যে তেওঁ আৰু কোনোদিন পুতেকৰ মুখলৈ চাব নোৱাৰিব।

জীৱনৰ প্ৰতিটো অপৰিচিত, অজানিত ক্ষেত্ৰতেই তেওঁ সফলতা লাভ কৰিছিল। নিজে নজনাকৈয়ে, নভৱাকৈয়ে তেওঁৰ মনলৈ সদায় এক দৃঢ়বদ্ধ সংকল্প আহিছিল। প্ৰতিটো লক্ষ্যকে এক ব্ৰতৰ দৰে একনিষ্ঠতাৰে আয়ত্ব কৰিবলৈ তেওঁ চেষ্টা কৰিছিল। পিতৃ-মাতৃহীন, সংস্থানহীন, দাৰিদ্ৰ আৰু অপৰিচয়ৰ শৈশৱে হয়তো তেওঁৰ মনক এইধৰণেই গঢ় দিছিল। সাফল্য তেওঁৰ বাবে নিয়মিত আৰু স্বাভাৱিক হৈ পৰিছিল; আৰু যেতিয়া ব্যৰ্থতা বা দুৰ্যোগ আহিল, পাৰিবাৰিক আঘাত আহিল, তাকো তেওঁ সহজে গ্ৰহণ কৰি ল'লে। কিন্তু জীৱনৰ শেষ পৰ্য্যায়ত আশাভংগৰ এই আঘাত তেওঁৰ বাবে এক বিপৰ্য্যয় আছিল। তেওঁৰ জীৱনৰ ই চৰম ব্যৰ্থতা, তেওঁৰ সমগ্ৰ সাধনাৰ নিষ্ফল পৰিণাম। বোধহয় জীৱনৰ অঘোষিত যুঁজত তেওঁৰ শৰীৰ ইতিমধ্যেই পৰাভূত হৈছিল। তেওঁৰ শৰীৰ পুনৰবাৰ আক্ৰান্ত হ'ল। অৱশ্যে এইবাৰ তেওঁ কোনো উদ্বেগ বোধ নকৰিলে। ৰোগৰ খবৰ, চিকিৎসা ব্যৱস্থা আৰু সম্ভৱতঃ তাৰ অৰ্থহীনতা মনে মনে অতি নৈমিত্তিকভাৱে তেওঁ গ্ৰহণ কৰিলে।

বাইদেউৰ মাতত তাৰ হুঁচ আহিল। সি ভিতৰলৈ আহি দেখিলে মাই অকমান চুপ্ খুৱাবৰ চেষ্টা কৰি বিফল হৈছে। এচামুচ খাই তেওঁ আৰু খাব নুখুজিলে। খোৱাত কষ্ট পায়, ইচ্ছা নকৰে। এইখিনি সময়ত মাই আকৌ এজোলোকা কান্দিব লাগিছিল, কিন্তু মাই কান্দিব নোৱাৰে। সি আৰু বাইদেউ কোঠাৰ পৰা ওলাই আহিল, বাইদেউৰ চকুত পানী। কিছু পিছত বাইদেৱে তাক পাকঘৰলৈ নিলে। ভাতৰ পাতত বহিয়েই সি উঠি আহিল। সি অশান্ত হৈ পৰিছে। ভোগদল আহিল, ৰোগীৰ বিচনাৰ কাষৰ ঠাইখিনি মচি গুৱা-পান, ৰূপ পাঁচ সিকি দি শৰাই পাতিলে। চাকি-বন্তি আৰু ধূপ-ধূনা লগাই তেওঁ পাঠ আৰম্ভ কৰিলে। কাম কৰা ঘৰুৱা ল'ৰাটো আৰু সম্পৰ্কীয়া ভতিজাজনী শুবলৈ গৈছে। বাইদেউ গোটেই দিনৰ ভাগৰ গাত লৈ কাষৰ বিচনাখনত বাগৰ দিছে। মা আৰু সি ৰোগীৰ দুকাষে বিচনাত বহি ভোগদল কাইৰ একসুৰীয়া পাঠ শুনি গৈছে। মাই তেওঁৰ ভৰিত হাতফুৰাই আছে, সি মূৰ-শিতানত। তেওঁ চকু মুদি পৰি আছে, টোপনি নে সাৰে আছে নে পাঠ শুনিবৰ চেষ্টা কৰিছে ধৰিব

নোৱাৰি।

সি ভাবিলে, বাছাক কিছু নিষ্ঠুৰভাৱে বিদায় দিয়া হ'ল নেকি? যদি আজি ৰাতি কিবা ঘটনা ঘটে? কিন্তু, ইয়াতকৈও নিষ্ঠুৰ ব্যৱহাৰ পিতাৰ পৰা বাছাই পোৱা সি নিজে দেখিছে। তদুপৰি বাছাতো প্ৰস্তুত।

মেডিকেল কলেজৰ ৱাৰ্ডৰ এটা সৰু কোঠাত ৰাতি বাৰমান বজাৰ পিছত দুৱাৰত টোকৰ শুনি লাইট জ্বলাই দুৱাৰ খুলি সি দেখিলে, দুৱাৰৰ বাহিৰত এটা ছাঁ। পৰিচিত নাৰ্চ গৰাকী নহয়। তাৰ বুকুৰ ভিতৰত এটা গধুৰ বস্তু পৰাৰ শব্দ হ'ল, সি শুনিলে, "মই।" বাছাৰ মাত। সি কি কৰিব ঠিক কৰোতে সময় ল'লে, তাৰ পিছত ভিতৰ সোমাল। পিতাই সাৰ পালে বা বোধহয়, সাৰেই আছিল।

"কি হ'ল? বেৰৰ ফালৰ পৰা মূৰ ঘূৰাই তেওঁ সুধিলে, তেওঁৰ কণ্ঠ সন্দিহান সি কি ক'ব? তেওঁৰ সন্দেহ দৃঢ় হ'ল।

"কোন?" তেওঁ প্ৰশ্নটো সলাই দিলে। সি তেওঁলৈ চালে, তেওঁৰ গাটো বেছিকৈ ঘূৰিছে; তেওঁৰ প্ৰশ্নিল দৃষ্টিক সি আওকাণ কৰিব নোৱাৰে। সি ওচৰলৈ গৈ ক'লে, "বাছা আহিছে।"

তেওঁৰ উত্তৰটো বহুদিনৰ পৰা প্ৰস্তুত আছিল। মেডিকেল কলেজৰ নিঃসঙ্গ, নিঃসহায়, নিৰুত্তাপ কোঠাৰ মাজতো, দীৰ্ঘদিনৰ বিচ্ছেদ-ভাৰাক্ৰান্ত পিতৃ হৃদয়ৰ মাজেদিও সেই একেটা উত্তৰেই অকম্পিত ওলাই আহিল, "তাক যাবলৈ ক।"

সি তেওঁৰ ওচৰলৈ গ'ল, তেওঁৰ গাত হাতটো থলে আৰু অনুনয়েৰে ক'লে, "সি ক'ৰ পৰা কিমান বিপদ মূৰত লৈ আহিছে, এবাৰ আহিবলৈ দিয়ক।"

"কোনে কৈছিল— কোনে জাপি দিছিল তাৰ মূৰত বিপদ?" নিম্নস্বৰে কিন্তু সমান কঠোৰতাৰে তেওঁ প্ৰশ্ন তুলিলে।

"পিতা, এতিয়া এইবোৰ কথাৰ কিবা মানে আছে জানো? "সি পুনৰ অনুনয় কৰিলে। এইবাৰ তেওঁ একো নামাতিলে।

সি ওলাই গৈ বাছাক ক'লে, "আহ, কথা নাপাতিবি। কেৱল চাব পাৰিবি।"

এটা দীঘল হুমুনিয়াহৰ দৰে বাছা কোঠাটোলৈ সোমাই আহিল, ধীৰে গৈ বিছনাৰ ওচৰত ঠিয় দিলে। তেওঁৰ মুখ পুনৰ বেৰৰফালে। বাছাই তেওঁক

মাতিলে, তেওঁ নিৰুত্তৰ। এবাৰ, দুবাৰ, তিনিবাৰ, তেওঁৰ একে ভংগী, নিষ্কৃস, নিৰুত্তৰ। বাছাই ঘূৰিবলৈ ঠিক কৰিলে, কিন্তু পিছ মুহূৰ্ততে বোধহয় ঠিক কৰিলে, কিয় ঘূৰি যাব? তাৰ শৰীৰতো তেওঁৰেই ৰক্ত আৰু মেজাজ আছে, সি তেওঁৰ ওচৰলৈ গ'ল, মুখখন তেওঁৰ মুখৰ ওচৰলৈ নিলে। দীৰ্ঘদিনৰ অদৰ্শনৰ পিছত তেওঁৰ একালৰ গম্ভীৰ ব্যক্তিত্বপূৰ্ণ মুখখনৰ জীৰ্ণ ৰূপটোৱে তাক মুহূৰ্তৰ বাবে দুৰ্বল কৰি তুলিলে। কিন্তু লগে লগেই সি নিজকে সজাগ কৰিলে, তেওঁৰ কাণৰ ওচৰত মুখখন থৈ ক'লে, 'খং কৰিছা কিয়? তোমালোকে কৰি যোৱা ভুলৰেই আমি প্ৰায়চিত্ত কৰিছো।"

গুণ চিঙা ধনুৰ দৰে তেওঁ তাৰ ফালে ঘূৰিল। কোঠাৰ কৃত্ৰিম পোহৰতো তেওঁৰ মুখখন ৰঙা পৰা দেখা গ'ল। ক'লে, "প্ৰায়শ্চিত্তৰ দায়িত্ব তহঁতক দিলে কোনে? প্ৰায়শ্চিত্ত কৰিছে! এই এটাই ৰাস্তা আছিল আমাৰ ভুল শুদ্ধ কৰাৰ?"

বাছা সহজ হ'ল। বহুদিনৰ পৰা সি এনে এটা সম্মুখ সংঘৰ্ষৰ প্ৰত্যাশাত আছিল; এতিয়া তাৰ স্নায়ুবোৰ যেন শিথিল হৈ পৰিল।

"পিতা, দেশৰ কাম কৰিবলৈ কোনেও দায়িত্ব দিন নালাগে। তোমালোকক আন্দোলন কৰিবলৈ কোনে দায়িত্ব দিছিল? আৰু আমি ভুল ৰাস্তা লৈছো নে শুদ্ধ ৰাস্তা সেইটো সময়ে ক'ব। তোমালোকে এতিয়াই বিচাৰ নকৰিবা।"

তেওঁ এক মুহূৰ্ত নিশ্চুপ হৈ ৰ'ল।

দিল্লীত তিনিবছৰৰ আগতে পঢ়িবলৈ যোৱা সেই সৰু ল'ৰাটোৱে এইবোৰ কি কথা কৈছে? তেওঁৰ চিনাকী বাছা এইটো নহয়; এইটো তেওঁৰ সন্তান হয়নে? কিন্তু তাৰ যুক্তিয়ে তেওঁক ইতিমধ্যে অধিক ক্ৰোধান্বিত কৰি তুলিছে। তেওঁৰ কণ্ঠস্বৰ উচ্চ হ'ল আৰু প্ৰায় নাটকীয়তাৰে তেওঁ ক'লে,

"এনিহিলেশ্যন্, হত্যা, ধ্বংস, কেৱল ধ্বংস। এইটো জীৱনৰ পথনে? সময়ৰ বিচাৰ বুজিবলৈ কি আছে? নাথিং কেন্ কাম্ আউট্ অফ্ কেঅ'চ্।"

বাছাই লগে লগে উত্তৰ নিদিলে। বাছাৰ পাছফালে ঠিয় হৈ থাকি সি ধৰিব পাৰিলে, দুকুৰি বছৰৰ আগৰ শ্ৰেণীকোঠাৰ দৰ্শনৰ পাঠেৰে তেওঁ বাছাক দীক্ষান্তৰ কৰিব খুজিছে। কিন্তু বাছাই পুনৰ তেওঁক অভিযুক্ত কৰিব খুজিলে।

"তোমালোকে যিটো যন্ত্ৰ তৈয়াৰ কৰিলা তাক পূৰাপূৰি ধ্বংস কৰিহে নতুন কিবা কৰা সম্ভৱ হ'ব। নিষ্ঠুৰ হ'ব লাগিব, ভায়'লেন্স লাগিব। এনিহিলেশ্যন্ লাগিবই, অন্য কোনো ৰাস্তা এতিয়া নাই।" বাছাই ক'লে।

"এইবোৰ তহঁতৰ মূৰত কোনে সুমুৱাই দিছে? তহঁতে কিবা এটা কৰাৰ আগতেই ব্যৰ্থ হৈছ। ব্যৰ্থতা আৰু হতাশাই তহঁতক ভায়'লেণ্ট্ কৰি তুলিছে। ধ্বংস কৰাৰ আগতে সৃষ্টিৰ কথা ভাৱ, সৃষ্টি কৰিবলৈ চেষ্টা কৰ। ব্যৰ্থ হৈ, হতাশ হৈ মই এদিন বহুত কিবা কৰিব পাৰিলোহেঁতেন, কিন্তু মই চোমনিত মুগা ৰাখিছিলো। কিন্তু মই কেৱল মুগাই ৰাখিছিলো? এইবোৰ কথা তহঁতে চিন্তা কৰনে? তেওঁ ৰৈ দিলে। হঠাৎ নিজৰ প্ৰসংগ উঠাই তেওঁ কিছু অপ্ৰস্তুত হ'ল।

"আমি যিবোৰ কৰিছো সেয়াও চুৰি-ডকাইতি নহয়।" বাছাই ক্ষোভেৰে ক'লে।

"কি নহয় সেইটো নালাগে, কিন্তু যিটো হয় সি হ'ল আত্মধ্বংস আৰু অপচয়।" তেওঁ কঠোৰ সুৰে ক'লে।

"পিতা, তুমি অসুস্থ, মই তোমাৰ লগত তৰ্ক কৰা ঠিক নহ'ব। তোমালোকে আমাক কোনোদিন নুবুজা আৰু বুজিবলৈ চেষ্টাও নকৰা। মই যাওঁ।" তীব্ৰ ক্ৰোধত বাছা যাবলৈ ওলাল।

"শুন" সমানে উত্তেজিত হৈ বিচনাত প্ৰায় ঘূৰি লৈ তেওঁ ক'লে, "হিংসা আৰু হত্যাক ঘিন কৰিবলৈকে শিকিছো আৰু শেষদিনালৈকে ঘিণ কৰিম আৰু মোৰ ল'ৰা বুলিয়েই তোকো মই কোনোদিন ক্ষমা কৰিব নোৱাৰিম।" তেওঁ বেৰৰ ফালে মুখ ঘূৰালে। মুহূৰ্তৰ বাবে বাছা যেন স্তম্ভিত হ'ল, মুখখন কি এক যন্ত্ৰণাত যেন মোছৰ খাই উঠিল। সি বাছাৰ মুখলৈ চাই মনৰ ভিতৰতে হাহাকাৰ কৰি উঠিল। এইটো ৰোগীৰ কোঠা নহয়, ইয়াত নিশ্চিত-মৃত্যু ৰোগী নাই, মানুহ নাই, তেজ আৰু অনুভূতিৰ কথা নাই; যি আছে সি বায়ু, ক্ষিতি, অপঃ তেজ, মৰুৎ ব্যোম; যি আছে সি বিছনা, বটল, চিৰিঞ্জ, চেলাইন্, ভেষজ আৰু ৰসায়ন, যুক্তি, দৰ্শন, ৰাষ্ট্ৰ, ক্ষমতা; কেৱল মানুহ নহয়। সি দেখিলে, প্ৰথমে অনিশ্চিত, ধীৰভাৱে আৰু তাৰ পাছত দৃপ্তপদে বাছা কোঠাৰ পৰা ওলাই গৈছে। সি কিছুসময় কোঠাৰ মাজত— যেন নিৰপেক্ষ বতাহত— ভাহি ঠিয় দি থাকিল। তাৰ পিছত লাহে লাহে পাৰ হৈ যোৱা ধুমুহাৰ ভগ্নাৱশেষৰ ওপৰত দুৱাৰখন বন্ধ কৰি দিলে। তাৰ নিৰপেক্ষতাৰ অৱস্থান এৰি সি লাহে লাহে পিতাৰ ওচৰলৈ গ'ল, তেওঁৰ গাত হাত দিলে। বেৰৰ পৰা মুখ নুঘুৰোৱাকৈ তেওঁ সম্পূৰ্ণ শান্ত কণ্ঠে ক'লে, "মই এটা শব্দও মিছা কোৱা নাই।" সি তেওঁৰ চকুহাল চাব খুজিলে; কিন্তু নেদেখিলেও সি জানিলে, তেওঁৰ চকুহাল সিক্ত নহয়, শুকান আৰু স্থিৰ।

মেডিকেল কলেজত ইন্‌জেকশ্যন্ ক'ৰ্চটো লৈ ঘূৰি অহাৰ পিছত এই

ঘটনাটো ঘৰৰ মানুহখিনিয়ে জানিছিল। বাইদেৱে তালৈ চিঠিত লিখিছিল, 'পিতাক চাই আহিলোগৈ; এতিয়া ভালেই দেখিছো। লৰালৰিৰ কাৰণে তোৰ তাত সোমাবৰ নহল। বাছাৰ কাণ্ডটো মাৰ পৰা শুনিলো। সিনো বাৰু তাতো গৈ বেমাৰী মানুহটোৰ লগত তৰ্ক কৰিব লাগেনে?' কিন্তু সি জানে বাছাৰ দোষ নাছিল, হয়তো পিতাৰো নাছিল; সময়ৰ মহাকাব্যিক সন্মুখ-সমৰত তেওঁলোকৰ ভূমিকা নিৰ্দিষ্ট আছিল।

কিন্তু তেওঁক বেছিদিন ভালে দেখা নগ'ল। তেওঁ ক্ষীণাবলৈ ধৰিলে খোৱাত পুনৰ কষ্ট পাবলৈ আৰম্ভ কৰিলে। ডাক্তৰ মামা খবৰ পাই আহিল আৰু তাক জনাই থৈ গ'ল যে শেষ পৰ্য্যায় আৰম্ভ হৈছে, এতিয়া ৰোগৰ দ্ৰুত প্ৰসাৰ ঘটিব, কষ্ট বাঢ়িব; দা চুনাৰ্ দা এ'শু কাম্‌চ্‌ দা বে'টাৰ্। সি দীঘলীয়া চুটি লৈ ঘৰলৈ আহিল (অফিচ ক্ষতি কৰি তাৰ চাকৰিয়াল স্ত্ৰী আৰু স্কুল ক্ষতি কৰি ল'ৰা-ছোৱালীহাল ঘনে ঘনে অহা-যোৱা কৰি থাকি পৰীক্ষা ওচৰ চপাৰ মজুহাতত এতিয়া কিছুদিন নহাকৈ আছে)। সি নগাঁৱৰ পৰা বৈদ্যৰ ঔষধ আনিলে। মাই কল্যাণী থানলৈ মানস কৰিলে, বাৰ্ষিক সত্য নাৰায়ণ পূজা আগুৱাই দিলে, তিনিজন বামুনক নিৰামিষ চাউল সিজোৱা খুৱালে, নামঘৰত প্ৰসংগীয়া নাম লোৱালে। পৰিয়ালৰ মানুহবোৰ আহিল, খা-খবৰ কৰি গ'ল। দূৰৰ-ওচৰৰ বিভিন্ন ধৰণৰ, বিভিন্ন সম্পৰ্কৰ মানুহ খবৰ লবলৈ আহিল। আৰু যোৱা কেইদিনমান খবৰ লগবলৈ অহা মানুহে এটা·প্ৰায়- অসম্ভৱ অৱস্থা সৃষ্টি কৰিলে। ইয়াৰ মাজতে এদিন মাজৰাতি বাছা আহিল। সৌভাগ্যবশতঃ মা টোপনি গৈছিল। সি নিঃশব্দে বাছাক ৰোগীৰ কোঠালৈ লৈ গ'ল। কোঠাৰ স্তিমিত পোহৰত তেওঁ খুব সম্ভৱ চকু মুদি নিদ্ৰিত আছিল। বাছাই তেওঁক জগাবলৈ নিদিলে, বহুসময় তেওঁৰ নিদ্ৰিত মুখলৈ চাই ৰ'ল, যেন তেওঁৰ ওপৰেদি আশৈশৱ বৈ যোৱা ধুমুহাৰ উমান লবৰ চেষ্টা কৰিলে। তাৰ পিছত ভৰি-পথানলৈ গৈ খুব সন্তৰ্পনে তেওঁৰ ভৰি দুখন মোহাৰি দিলে। সি ধৰিব নোৱাৰিলে, সেয়া বাছাৰ পিতৃ-সেৱা আছিল নে অসচেতন ক্ষমা-প্ৰাৰ্থনা। তেওঁ তেতিয়াও নিদ্ৰিত; বাছা আৰু অলপ সময় ৰ'ল, তাৰ পিছত যেন কোনো দণ্ডাজ্ঞা শিৰোধাৰ্য্য কৰি নতশিৰে অনিচ্ছাৰে লাহে লাহে ওলাই আন্ধাৰত মিলি গ'ল।

একেসুৰেৰে ভোগদলকায়ে গীতাপাঠ কৰি গৈছে। লেম্পৰ পোহৰ স্তিমিত, ধূপ নুমাই গৈছে, মিঠাতেলৰ চাকিগছৰ পোহৰেই কোঠাটো এক অপাৰ্থিৱ ধৰণে পোহৰাই ৰাখিছে। কিছুসময় টোপনি যোৱাৰ পিছত ৰোগীয়ে

এতিয়া মাজে মাজে বাগৰ সলাইছে। মাই তেওঁৰ কানৰ ওচৰত মুখ থৈ কিবা এটা সুধিলে, কিন্তু তেওঁ সহাৰি নিদিলে। অলপ সময়ৰ পিছত তেওঁ সঘনে বাগৰ সলাব ধৰিলে, যেনে তেওঁ অস্থিৰ হৈছে, মুখতো পাতল অস্থিৰতাৰ ছাপ যেন ফুটি উঠিছে। মাই বাৰে বাৰে তেওঁৰ কাণত কি হৈছে সুধিছে, কিন্তু তেওঁ কোনো ইংগিত বা উত্তৰ দিয়া নাই। হয়তো তেওঁ চেতনা হেৰুৱাইছে বা আচ্ছন্ন হৈ আছে; হয়তো তেওঁ কাকো অসুবিধা দিব নোখোজে, ব্যতিব্যস্ত কৰিব নোখোজে। হয়তোবা তেওঁ কাৰো লগত আৰু সংযোগ কৰিব নিবিচাৰে, যাৰ বাবে তেওঁ চকুহালো বন্ধ কৰি ৰাখিছে। সি আৰু মাই তেওঁৰ হাত-ভৰি, মূৰ-গা পিহি মোহাৰি দিছে। সি কিছু উদ্বিগ্ন হৈছে, মাকে বাৰে বাৰে তালৈ শংকাৰে চাইছে। সি হঠাৎ মাত্ দিলে, "ভোগদল'কাই!" বাইদেৱে সাৰ পালে।

তাৰ কণ্ঠত উৎকণ্ঠা আছিল, ভোগদলে হঠাৎ গীতা পাঠ বন্ধ কৰিলে, প্ৰথমে তালৈ আৰু তাৰ পাছত ৰোগীৰ দেহলৈ চালে। পুথিলৈ সেবা এটা জনাই তেনেকৈয়ে এৰি বিচনাৰ ওচৰলৈ উঠি আহিল। ৰোগীয়ে ঘনে ঘনে বাগৰ সলাইছে, চকু বন্ধ, মুখত সামান্য অস্থিৰতা।

"গঙ্গাজল অকণ দিয়ক" ভোগদলকায়ে যেন ৰায় ঘোষণা কৰিলে। মা স্তম্ভিত, জড়াগ্ৰস্ত, স্থবিৰ। সি উঠি গৈ গঙ্গাজলৰ বটলটোৰ পৰা চামুচত এচামুচ পানী ল'লে, মাৰ সম্বিৎ ফিৰি আহিল, পানী-চামুচ তাৰ হাতৰ পৰা লৈ খুব সাৱধানে তেওঁৰ মুখেদি বাকী দিলে। তেওঁ ঘূৰি এইবাৰ ওপৰমুখ কৰিলে, শ্বাস-কষ্ট হোৱা যেন লাগিল। মাই বুকুখন কিছুসময় মোহাৰি দিলে। তেওঁৰ মুখেৰে হঠাৎ এটা শব্দ হ'ল, তেওঁ স্থিৰ হ'ল। ভোগদল কায়ে তেওঁৰ নাকৰ ওচৰত হাতৰ পতাখন দি চালে, কাণৰ লতিটো পৰীক্ষা কৰিলে, তাৰ পিছত সৰুকৈ ক'লে, "গ'ল।"

তাৰ বুকুৰ ভিতৰত কিবা এটা খহি পৰিল। কোনেও নুশুনা এটা শব্দ হ'ল। বুকুৰ ভিতৰখন শূন্য হৈ হাহাকাৰ উঠিল। সি তেওঁৰ ভৰি হাল খামুচি ধৰিলে। ভোগদল কায়ে মৃতকক এটা সেৱা জনালে। মাই তেওঁৰ বুকুত ভাগি পৰি 'উহুঁ, উহুঁ' শব্দ কৰিছে; মাই কান্দিব নোৱাৰে।

ক'ত, কোনে, কাক কেনেকৈ খবৰ দিলে ক'ব পৰা নাযায়। খৰি, বাঁহ, কোৰ, জুমুঠি, ধান, ধূনা, কলহ আদি লৈ মানুহ ইতিমধ্যে আগিবাঢ়িছে। দুমাইল দূৰৰ দেউ চাইকেল মাৰি আহি পাইছেহি। পাছ চোতাল নিঃশব্দ মানুহেৰে ভৰি পৰিছে। কন্দাই বেছি শব্দ নকৰাকৈ কান্দিছে, কাম কৰাই নীৰৱে কাম কৰিছে।

আন্ধাৰ চোতালত লেম্পৰ পোহৰত বগা কাপোৰেৰে ঢকা শবদেহ,

চাৰিওফালে খোল-তাল লৈ ৰাইজ বহিছে। ভৰিৰ ওচৰত মা; তেওঁ বিধ্বস্ত আৰু লুণ্ঠিত, কপালত কোনোবাই সেন্দুৰৰ ফোঁট মচি দিয়াৰ চিন, ডিঙিৰ হাতৰ অলংকাৰ কোনোবাই খুলি নিছে, তেওঁ বগা চাদৰেৰে মুখখন সোপামাৰি ধৰি আছে, চকুৰে সমান গতিত বৈ থকা দুধাৰ আছে, চকুৰে সমান গতিত বৈ থকা দুধাৰ পানী ক্ষীণ পোহৰত স্থিৰ যেন লাগিছে। মাৰ কাষত সি, খালী গাত কেৱল এখন ধুতি। কোনোবা এজনে সিহঁতক সেৱা কৰিবলৈ ক'লে। সেৱা কৰাৰ লগে লগে সি শুনিলে, গুৰু-ঘাত মাৰিছে। প্ৰথমবাৰৰ বাবে তীব্ৰভাৱে তাৰ কান্দোন আহিল; সশব্দে তাৰ কান্দোন ওলাব খুজিলে, সি যোৰ কৰা হাতৰ বুঢ়া আঙুলি এটা সজোৰে কামুৰি ধৰি কান্দোন ৰোধ কৰিব খুজিলে, তাৰ গাটো জিকাৰ খাই খাই উঠিল; চকুৰ পানীৰে সি একো নেদেখা হ'ল।

"হৈছে।" কোনোবাই ক'লে। সি উঠিল। কোনোবাই শৱদেহৰ চাঙীখন তুলি ললে। সি শুনিলে, "জয় ৰাম বোলা!" আকৌ তাৰ গা জিকাৰ খাই খাই কান্দোন আহিব খুজিলে। একেলগে কেইবাটাও কণ্ঠৰ ধৰিব নোৱাৰা কান্দোনৰ ৰোল উঠিল। সি মাকলৈ চাব নোৱাৰিলে, তেওঁক কোনোবাই ধৰি ধৰি ভিতৰলৈ নিছে; তেওঁ এতিয়াও কান্দিব পৰা নাই, কেৱল 'উহঁ উহঁ' বুকুভঙা শব্দ ওলাইছে। শৱদেহৰ পিছে পিছে লেম্পৰ পোহৰত সি আগবাঢ়িল।

এফালে পুখুৰী, আনফালে এৰাবাৰী, মাজত তেওঁৰ পথাৰ, য'ত চিতা সজোৱা হৈছে। ৰাইজ চাৰিওফালে বহিছে।

ওঁ কৃত্বা তু দুস্কৃতং কৰ্ম জানতা বাপ্যজানতা
মৃত্যুকালবশং প্ৰাপ্য নৰং পঞ্চত্বমাগতং
ধৰ্ম্মাধৰ্মসমাযুক্তং লোভমোহ সমাবৃতং
দহেয়ং সৰ্বগাত্ৰানি দিব্যান্ লোকান্ স গচ্ছতু।।

সি তিনিবাৰ প্ৰদক্ষিণ কৰি চিতাত অগ্নি সংযোগেৰে মুখাগ্নি দিলে। সি শুনিলে ৰাইজে হৈ ধ্বনি দিছে, 'জয় ৰাম বোলা'। তাক ধোঁৱাই আগুৰি ধৰিলে। কিছু পিছত জুইকুৰা ভালকৈ জ্বলি উঠিল। দেউৰে তাক যাবলৈ ক'লে, সি যাব নোখোজে। সি তেওঁক এৰি যাব নোখোজে। তেওঁ ক'ত আছে এতিয়া? তেওঁ জীৰ্ণ বস্ত্ৰ স্বৰূপ শৰীৰ ত্যাগ কৰিছে। অস্ত্ৰই তেওঁক নাকাটে, জুয়ে তেওঁক দাহ নকৰে, পানীয়ে তেওঁক ভিজাব নোৱাৰে, বায়ুৱে শুকাব নোৱাৰে; অচ্ছেদ্য, আদাহ্য, অক্লেদ্য, অশোষ্য। তেওঁ নিত্য, স্থিৰ, অচল, সৰ্বব্যাপী, সনাতন। তেওঁ এতিয়া ক'ত আছে? প্ৰচণ্ড জুইৰ তাপত অৰ্দ্ধদগ্ধ তেওঁৰ পৰিত্যক্ত শৰীৰ তেওঁ

দেখা পাইছেনে? তেওঁ নজন্মেও, নমৰেও, তেওঁ জন্মহীন, অক্ষয়, অনাদি। তেন্তে তেওঁ ক'ৰবাত কিহৰ অপেক্ষাত আছে নে তেওঁ অন্য বস্ত্র ইতিমধ্যেই গ্ৰহণ কৰিছে। তেওঁ দেখিছেনে এই শেষ ৰাতিৰ আন্ধাৰত ৰাইজৰ সহযোগত সি তেওঁৰ ঔৰ্দ্ধদৈহিক ক্ৰিয়াৰ আৰম্ভণি কৰিছে, তেওঁক পুৎ নাম নৰকৰ পৰা উদ্ধাৰ কৰিছে, তাৰ ঋণ শোধ কৰিছে।

অৰ্দ্ধচেতনৰ দৰে দিনবোৰ সি পাৰ কৰিছে। মানুহ, মানুহ, পৰিয়াল, আত্মীয়-স্বজন, একেবোৰ কথা, একেবোৰ বাৰংবাৰ বৰ্ণনা, একে গুণানুকীৰ্তন, একে সৌজন্য-অমাচাৰ; বাঁহ-টিন-ত্ৰিপাল-ৰভা, খাদ্য সম্ভাৰৰ বজাৰ, শ্ৰাদ্ধৰ বজাৰ, উৎসৰ্গ-বৃষোৎসৰ্গৰ বজাৰ, ৰন্ধন-ভোজন, নিমন্ত্ৰণ-আয়োজন— মনোযোগ দিব নোৱাৰা ভালকৈ বুজিব নোৱাৰা চলচ্চিত্ৰ এখনৰ দৰে তাৰ চাৰিওফালে এইবোৰ ঘটি আছে। সি একো কৰিব লগা হোৱা নাই, ভিনদেউ আহি সমস্ত দায়িত্ব হাতত লৈছে। মামী, মাহী, জেঠাইৰ ল'ৰা, পেহীৰ ল'ৰা সকলোৱে নিজে নিজে কিবা নহয় কিবা কামত ব্যস্ত হৈ আছে। সি মাত্ৰ শুনিছে, একো চিন্তা নাই, সকলো কাম ঠিকে চলি আছে।

ওঁ বিষ্ণুঃ ওঁ তৎসৎ ওঁ সিদ্ধিৰোম অদ্য.............

সি পিণ্ডদান কৰিলে। অন্নহীন, জল বৰ্জিত ঘোৰ যম পথত বন্ধুবান্ধৱ এৰি শ্মশানৰ জুইত দগ্ধ হৈ যাবলৈ ওলোৱা তেওঁক সি গা ধুৱাই শৰীৰ শীতল কৰিলে, অন্ন-গাখীৰ খুৱালে, প্ৰেতৰূপে সুখী হৈ যাবলৈ দিলে।

ওঁ এষতে গন্ধ ঃ । ওঁ এতত্তে পুষ্পং।

ওঁ এষতে ধূপোদীপ ঃ। ওঁ এতত্তে তাম্বূলং। ............

......... আদ্য শ্ৰাদ্ধমিদং সিদ্ধান্নেন

সিদ্ধ ব্যঞ্জনেন সামিষেণ সগব্যেন সোপকৰণেন সোদকেন ত্বয়িং কুশময় ব্ৰাহ্মণে আদ্যাহং কৰিষ্যে ........

পিণ্ডদান শেষ হ'ল। আবাহন কৰি অনা বিষ্ণু আদি দেৱতাগণ, আদিত্যাদি নৱগ্ৰহ, ইন্দ্ৰাদি দশদিকপাল সকলোকে বিদায় দিয়া গ'ল। মৎস-স্পৰ্শনৰ পিছত নিকট সম্পৰ্কীয় মাহী-পেহী, ভাই-ভতিজাহঁতো বিদায় হ'ল। ৰাতিৰ আন্ধাৰত তেওঁৰ কোঠাৰ বাহিৰৰ নিঃশব্দে ঠিয় হৈ সি তেওঁক উপলব্ধি কৰিবৰ চেষ্টা কৰিলে। ভিতৰত মা শোৱা নাই, খুব সৰু সৰুকৈ প্ৰায় ধৰিব নোৱাৰাকৈ 'উহঁ উহঁ' শব্দ এটা ভাহি আহিছে। ক'ত উপস্থিত তেওঁ? এই অন্ধকাৰ নীৰৱতাৰ দেহত? নে মাৰ কান্দোনৰ অশৰীৰৰ মাজত? সি শব্দ

নকৰাকৈ দুৱাৰখন খুলিলে আৰু এখোজ-দুখোজকৈ চোতালখন পাৰ হৈ পিছফালৰ বাৰীলৈ গ'ল। অজস্র তামোল গছৰ বাৰী; নেমুটেঙাৰ বাগান, আম আৰু মধুৰিয়াম, লেচু, নাচপতি আৰু নাৰিকল গছ— তেওঁৰ হাতৰ স্পর্শ আৰু আপডালৰ মাজত বাঢ়ি আহি ফলৰে সম্পূর্ণ হোৱা এই গছ-গছনিৰ মাজত সি তেওঁৰ উপস্থিতি অনুভৱ কৰিব খুজিলে। এটা ছাঁ, এটা নেদেখা অস্তিত্ব, এজাক বতাহ, এটা উত্তাপ বা শীতলতাৰ স্পর্শ, এটা এনে শূণ্যতা যি পূর্ণ বুলি অনুভূত হয়, কিবা একধৰণৰ বুজাব নোৱাৰা আভাস।

সকলো লেঠা সোনকালে শেষ কৰি সি চহৰলৈ ঘূৰিবলৈ ঠিক কৰিলে। পৰিবাৰ আৰু ল'ৰা-ছোৱালীৰ ক্ষতি কমাবলৈ সিহঁতক দুদিন আগেয়েই পঠাই দিছে। কাইলৈ সি যাবগৈ; সি সকলো মায়া, সকলো বন্ধন আৰু আচ্ছন্নতাৰ অস্বস্তিৰ পৰা মুকলি হৈ স্বাভাৱিক হ'ব খোজে। গধূলিৰ আন্ধাৰ গাঢ় হৈ অহাৰ লগে লগে সি ঘৰৰ পৰা ওলাব খুজিলে। পদূলিৰ ফুলনিৰ কাষৰ পৰা বাছাৰ ছাঁ ওলাই আহিল।

"দাদা! মই অহা সম ভৱ নাছিল।" কম্পিত স্খলিত কণ্ঠেৰে বাছাই ক'লে।

"মই ঠিকেই ভাবিছিলো।" সি আশ্বাসৰ সুৰত ক'লে।

"চাৰিওফালে চোকা নজৰ আছিল। নৈৰ সিপাৰে চাৰনতো মানুহ হৈছিল। ....... অৱশ্যে আহিনো কি কৰিলোহেঁতেন!' মৰাৰ পিছত চব অর্থহীন। " বাছাৰ কথাষাৰ উদাসীন যেন শুনালেও তাত এক ক্ষুব্ধ বেদনা আছিল।

"তই আজি অহাটো জানো ঠিক হৈছে?" সি সুধিলে।

"আজিও নিৰাপদ নহয়। কিন্তু তোক লগ নাপালে তই কি ভাবিবি?" বাছাই ক'লে।

সি বাছাক সোধা দর্কাৰ। বহু দর্কাৰী কথা সুধিবলৈ আছে, কিন্তু কি সুধিব? কেই মুহূর্তমান অনিশ্চয় অস্বস্তিৰে থাকি সি সুধিলে, "এতিয়া তই........?" বাক্যটো তাৰ অৰ্দ্ধোক্তিত শেষ হ'ল।

"মই পিছফালে বাৰীতে অলপ সময় থাকিম। মোক নিবলৈ স্কুটাৰ এখন আহিব। এইখিনিৰ পৰা ওলাই যাব পাৰিলেই মই ৰাতিয়েই গোপালপুৰলৈ যাম।" বাছাই ক'লে।

"কিহত যাবি?" সি সুধিলে। বাছাই, বোধহয়, আন্ধাৰতে হাঁহিলে।

"খোজ কাঢ়ি।" সি সহজকৈ ক'লে।

খোজকাঢ়ি? ওঠৰ মাইল? সি একো ক'ব নোৱাৰিলে।

"মই আহিছো।" বাছা আন্ধাৰত সোমাই পৰিল।

কিমান কথা, দৰ্কাৰী কথা, তাৰ পাতিবলগীয়া আছিল, কিমান দৰ্কাৰী প্ৰশ্ন সুধিবলগীয়া আছিল! হয়তো, বাছাৰো আছিল। কত কথা তাৰ চাগৈ জানিবৰ মন যায়, কত কথা ক'বৰ মন যায়, কত দৰ্কাৰী প্ৰশ্ন তাৰো চাগৈ সুধিবলগীয়া আছিল! অদৰ্কাৰী, উপৰুৱা , অৰ্থহীন দুই মিনিটৰ কথা-বতৰাত সকলো ক'বলগীয়া কিয় শেষ হ'ল যেন লাগিল?

শিলৰ ৰাস্তাৰ পৰা নামি এটা সৰু লুংলুঙীয়া বাটেৰে সি আগবাঢ়িল। বাওঁফালে আন্ধাৰত নিমগ্ন জপুৰী ঘৰ কেইটামান, সোঁফালে এখন বাৰী। বাঁহ, কাঠ আৰু অন্যান্য গছৰে ভৰা বাৰীখনৰ মাজৰ শৈশৱৰ পৰা পৰিচিত বাটটোৰে সি আগবাঢ়িল। এইখিনিত এজোপা বহত গছ আছিল, এইখিনিত এজোপা দেৱাছালিৰ গছ, বাটটো ঘূৰি য'ত পথাৰা ফালে ওলাইছে তাত এজোপা ছোৱা গছ। আন্ধাৰত সি ধৰিব নোৱাৰিলে গছবোৰ আগৰ ঠাইতে আছেনে কাটি নিলে, কিন্তু সেইটো তাৰ বাবে দৰ্কাৰী নহয়। সি পথাৰলৈ ওলাল। দূৰত পখ্‌ৰীটো, পুখুৰী আৰু বাৰীৰ চুকত সিহঁতৰ পথাৰত তেওঁৰ সমাধিটো। সি দেখিলে, ঘৰৰ কোনোবাই সমাধিত এগছ চাকি জ্বলাই থৈ গৈছে। সি ওচৰ চাপি গ'ল। চাৰিওফালৰ গাঢ় আন্ধাৰৰ বাস্তৱতাৰ মাজত চাকিৰ পোহৰটো অপাৰ্থিৱ যেন লাগিল। সমাধিৰ ওপৰত এখন সৰু চন্দ্ৰতাপ আঁৰি দিছে, কাষত এটা কল পুলি, এটা কলহ, চাৰিওফালে বাহৰ জেওৰা। সি একেথৰে ঠাইখিনিলৈ চালে। আন্ধাৰখিনিয়ে চাকিৰ পোহৰটো গ্ৰাস কৰিব যেন লাগিল। তাৰ অনুভৱ হ'ল, তাৰ পিছফালে কোনোবা আহি ঠিয় হৈছে, এটা পাতল বায়বীয় অস্তিত্বৰ আভাস। তাৰ গাত বতাহৰ দৰে শীতল স্পৰ্শ লাগিল। সি স্থিৰ হৈ ঠিয় দি ৰ'ল। দেখিলে বতাহজাকত চাকিৰ শিখা কিছু সময় কঁপি পুনৰ স্থিৰ হ'ল। সি শুনিলে এখন স্কুটাৰৰ আৱাজ, শিলৰ ৰাস্তাটোত পোহৰ পেলাই এখন স্কুটাৰ দৌৰিছে, বাছা গ'ল। হঠাৎ সি এটা চিৎকাৰ আন্ধাৰ ভেদী অহা শুনিলে, এটা কঠোৰ নিৰ্দ্দেশ। শিলৰ ৰাস্তাত কিছুমান মানুহ দৌৰাৰ শব্দ। স্কুটাৰৰ গতিবেগ বঢ়াৰ শব্দ। হঠাৎ গুলিৰ শব্দ, বাগৰি পৰা শব্দ, ভঙাৰ শব্দ, এটা নীৰৱ নিৰ্দোষ ৰাতি ভাঙি থানবান হোৱাৰ শব্দ।

সকলোবোৰ ভাগিচিগি চুৰমাৰ হৈ গৈছে। এইটো আত্মধ্বংস আৰু অপচয়ৰ সময়। সি এতিয়া ঘৰলৈ যাব আৰু অপেক্ষা কৰিব। এই চাকিৰ শিখা বতাহত নুমাই যাব, কাইলৈ জেওৰা ভাঙি গৰুৱে কলপুলিটো খাই নষ্ট কৰিব,

কলহটো ভাঙিব। বাৰীখনত সোমোৱাৰ আগতে সি ঘূৰি চাই চাকিৰ পোহৰৰ আভাস এটা দেখা পালে। অন্ধকাৰৰ মাজেদি সি আগবাঢ়িল। তেওঁ এতিয়া ক'ত আছে? তেওঁৰ দেহ পঞ্চভূতত বিলীন হৈ গৈছে। অক্ষয়, অব্যয়, অব্যক্ত, অচিন্ত্য তেওঁ ক'ৰবাত আছেনে?

হাবিত, পৰিব্যাপ্ত অন্ধকাৰৰ মাজত স্থিৰ খোজেৰে উৎকণ্ঠাহীনভাৱে সি আগবাঢ়িল। এই প্ৰশ্নৰ উত্তৰৰ তাক প্ৰয়োজন নাই। সি জানে তেওঁ আছে। সি জানে তেওঁ ক'ত আছে।

দেৱব্ৰত দাস

# এটা চকৰি আৰু তিনিটা ৰঙৰ সাধু

## এটা ৰং সেউজীয়া

বিছনাৰ পৰাই বাটৰ কাষৰ পানীকলটোৰ পৰা ভাহি অহা চিঞৰ-বাখৰবোৰ শুনিয়েই মানুহজনে সাৰ পালে। চহৰৰ এমূৰৰ এই বস্তিসদৃশ চুবুৰিটোত এটাই পানীৰকল। সকলোবোৰ ঘৰৰে কোনোবা নহয় কোনোবাই কলহ, বাল্টি চৰিয়া লৈ ৰাতিপুৱাতে পানী ভৰাবলৈ কলটোৰ ওচৰ পায়গৈ। কোনে সোনকালে পানী ভৰাই ঘৰলৈ উভতিব পাৰে এই প্ৰতিযোগিতাত প্ৰায়েই হাই-কাজিয়া, দ্বন্দ্ব-খৰিয়ালৰ সূত্ৰপাত হয়। আৰু সেইবোৰত উচ্চাৰিত অশ্ৰাব্য গালি-গালাজ শুনি শুনিয়েই তেওঁ প্ৰায় প্ৰতি ৰাতিপুৱা টোপনিৰ পৰা সাৰ পায়। আজি হাই-উৰুমি অলপ বেছি কিন্তু কাজিয়া-পেচাল লগা নাই। মানুহজনে মুখ-হাত ধুই সৰু পাকঘৰটোত সোমালগৈ। সৰু ঘৰটোৰ আন এটা কোঠাৰ পৰা জীয়েকে চিঞৰি ক'লে— পিতা চাহ পাকঘৰৰ টেবুলত ঢাকি থোৱা আছে। মা পানী আনিবলৈ গ'ল।

মানুহজনে দেখিলে চাহ দুকাপ ঢাকি থোৱা আছে। তাৰমানে আজি শ্ৰীমানেও সাৰ পোৱা নাই। অৱশ্যে শ্ৰীমানৰ সাৰ পাওঁতে প্ৰায়েই পলম হয়। ৰাতিও পলমকৈ ওভতে। মাক সদায় সাৰে থাকে পুতেক উভতি নহালৈকে। মানুহজনে পুতেকৰ বাবে চিন্তা ভাৱনা কৰা কেতিয়াবাই বাদ দিছে।

চাহকাপত এসোহা মাৰিয়েই বিস্বাদত মানুহজনে নাক-মুখ কোঁচাই দিলে। চিঞৰি জীয়েকক সুধিলে— ঘৰত চেনি নাই নেকি ঔ?

চেনি যোৱাকালিৰে পৰা নাই। টেকেলিত অকণমান গুৰ থাকিব পাৰে।

মানুহজনে উত্তৰ দিলে— বাদ দে আজি চেনি নোহোৱাকৈয়ে চাহ খাওঁ। বেছিকৈ চেনি খালে ডায়েবেটিচ নে কি সেইবোৰ বেমাৰ হয়।

মাহটোৰ আজি তৃতীয় দিন। আজি মানুহজনে অফিচত নিয়মতে দৰ্মহা পাব লাগে। মানুহজনে ভাবিলে— কাইলৈ চাহত চেনি পৰিব চাগে।

চাহ খাই মানুহজন শোৱনি কোঠালৈ উভতি আহিল। ট্ৰেঞ্জিষ্টৰটো ওচৰলৈ আনি নব্‌টো ঘূৰাই দিলে। ৰাতিপুৱাৰ বাতৰি শুনিব পৰা যায় নেকি? ট্ৰেঞ্জিষ্টৰটোৱে ঘৰ্‌ঘৰাই উঠিল। কৰ্কশ শব্দটোৰ মাজেৰে বাতৰি ঘোষকৰ কণ্ঠ শুনা যায় কিন্তু বুজা নেযায়। জীয়েকে সাপ্তাহিক কাকতখন দিবলৈ আহি শব্দটো শুনি মন্তব্য দিলে— ৰেডিঅ'ত বেটেৰী শেষ হ'ল চাগে।

মানুহজনে ট্ৰেঞ্জিষ্টৰৰ পিছপিনৰ ঢাকনীখন খুলি দেখিলে বেটেৰীবোৰৰ পৰা জুলীয়া আঠালেটীয়া বস্তু কিছুমান বাহিৰ হৈছে দুৰ্গন্ধৰ সৈতে। বেটেৰীকেইটা তেওঁ হাতেৰে উলিয়াই খিৰিকিৰে দূৰলৈ দলিয়াই দিলে। অকণমান আঠা আৰু দুৰ্গন্ধ তেওঁৰ হাততো লাগি ৰ'ল। বাহিৰত হাত ধুই গামোচাৰে মচি তেওঁ আকৌ শোৱনি কোঠা পালেহি আৰু বিছনাত বহি সাপ্তাহিক কাকতখন মেলি ললে। মানুহজনে দৈনিক কাকত নলয়। অফিচতেই কাৰোবাৰ পৰা লৈ বাতৰি কাকতৰ খবৰবোৰ চকু ফুৰায়। আজিকালি বাতৰি কাকতৰ খবৰবোৰ গৰম হ'বলৈ ধৰিছে লাহে লাহে। এই বছৰৰ শেষৰ ফালে ৰাজ্যত নিৰ্বাচন হ'ব পাৰে। আন আন দুখনমান ৰাজ্যতো নিৰ্বাচন হৈ গৈছে। কোনোখন ৰাজ্যত দুটকাত চাউল দিয়াৰ ব্যৱস্থা কৰিছে নতুন চৰকাৰবোৰে। কম দামত কাপোৰ-কানিও যোগান ধৰিব হেনো। এখন ৰাজ্যত মদৰ দোকানবোৰ বন্ধ কৰি দিছে হেনো। দুটকাত চাউল দিয়াটো হ'ব ভাল কথা, মানুহজনৰ মতে। কিন্তু মদৰ দোকান বন্ধ কৰি দিলে মানুহে ফুৰ্তি কৰিব কেনেকৈ? কাপোৰ-কানিও সস্তাত যোগান ধৰিলে বৰ ভাল হয়।

বাতৰি কাকত পঢ়ি থাকোঁতেই ঘৈণীয়েকে ঝাড়ু এডাল লৈ কোঠাত সোমালহি। আৰু মজিয়াখন সাৰিবলৈ ধৰিলে। ঘৈণীয়েকৰ পিনে চকু যোৱাত মানুহজনে দেখিলে তাইৰ ব্লাউজৰ একাংশ ফাটি গৈছে আৰু সেইবাবেই কান্ধৰ পৰা এচোৱা তেনেই ফুটা সেই অংশটোৱে মানুহজনীৰ সুপুষ্ট স্তনৰ একাংশ দৃষ্টিকটুভাৱে অনাবৃত হৈ পৰিছে। মানুহজনে সেই দৃশ্যটো দেখি অকণমান যৌন অনুভূতিত আক্ৰান্ত হ'ল। তেওঁ ভাবিলে— বৈছ কিছুদিন বিছনাত আমি মিলিত হোৱা নাই। ৰাতি তেওঁ অকলে শুই পৰে। আৰু ঘৈণীয়েকে সিকোঠাত পুতেক উভতি অহালৈ জীয়েকৰ সৈতে মেল মাৰি বাট চাই থাকে।

— হেৰা তোমাৰ ব্লাউজটো ফাটিছেচোন

— জানো ফাটিছে বুলি। এইটোকেই চিলাই ল'ব লাগিব। মোৰ ব্লাউজ কিনিবলৈ পইচা ক'ত? ছোৱালীৰ বাবে ইউনিফৰ্মৰ মেখেলা কিনিবলৈকে পইচা

নোলায়চোন!

ঘৈণীয়েকে ঘৰ সৰা এৰি উঠি থিয় হ'ল। চাদৰৰ আঁচলখন মেখেলাত খুচি ললে। এতিয়া ব্লাউজৰ ফটা টুকুৰা ভালকৈ ধৰিব নোৱাৰি। কিন্তু তেনেকৈ থিয় হোৱাত মানুহজনীৰ অৱয়বটোৱে এক ৰণচণ্ডিনীৰ ৰূপ ললে। মানুহজনে বুজি পালে এইবাৰ ঘৈণীয়েকে ঘৰৰ অভাৱবোৰৰ তালিকাখন আকৌ এবাৰ দোহাৰিব। যথা ঘৰত এসাঁজৰ চাউল আছেগৈ। আজি দৰ্মহা নেপালে কাৰোবাৰ পৰা টকা ধাৰে আনিব লাগিব।

এনেতে সিকোঠাৰ পৰা ল'ৰা-ছোৱালীহালৰ কাজিয়াৰ শব্দই সিহঁতক গ্ৰাস কৰি পেলালে। ককায়েকে কিবা মলম এটা বিচাৰি পোৱা নাই। তাৰ অভিযোগ—

ভনীয়েকে মলমটো লুকুৱাই থৈছে। মাকে মানুহজনক জনালে— কালি ৰাতি সোণটো বহু পলমকৈ আহিছে। গাল মুখবোৰ উখহি আছিল। ক'ৰবাত মাৰপিট কৰি মাৰ খাই আহিছে চাগে। সেইবাবেই গাৰ বিষৰ মলমটোৰ দৰ্কাৰ পৰিছে চাগে। যাওঁ বিচাৰি দিওঁগৈ।

ঘৈণীয়েকৰ প্ৰস্থানৰ লগে লগেই প্ৰায় বাহিৰৰ দুৱাৰত টোকৰ পৰাৰ শব্দ শুনা গ'ল। মানুহজনে খিৰিকিৰে চাই দেখিলে জীয়েকৰ গানৰ মাষ্টৰ থিয় হৈ আছে। জীয়েকে গানৰ স্কুললৈ যোৱা কেতিয়াবাই বন্ধ কৰিলে। কিন্তু এই মাষ্টৰজনে ঘৈণীয়েকৰ লগত গঢ়ি উঠা চিনাকিৰ সম্পৰ্কটোৰে সিহঁতৰ ঘৰলৈ আহ-যাহ চলায়েই থাকিল। পিৰালিত থিয় হৈ থকা ডেকাজনৰ চকুৱে চকুৱে পৰাত ডেকাজনে অলপ অপ্ৰস্তুত হৈ জনালে— সি বজাৰলৈ যাবলৈ ওলাইছে। বৌৱেকৰ কিবা দৰ্কাৰ আছে নেকি জানিবলৈ দুৱাৰত টুকুৰিয়াইছে।

মানুহজনে ভাবিলে— বৌৱেকৰ কি দৰ্কাৰটো থাকিব? হাতত এপচাও নাই বজাৰৰ পৰা কিবা আনিবলৈ। ফুটাই ক'লে, ৰ'বা দুৱাৰ খুলি দিছোঁ।

ঘৈণীয়েকে অৱশ্যে মাজে মাজে ল'ৰাজনক এইদৰেই খটুৱাই আত্মপ্ৰসাদ লাভ কৰে। ল'ৰাজনেও ঘৈণীয়েকৰ লগত প্ৰায়েই ফুচফাচকৈ দীঘলীয়া আড্ডা মাৰি থকা তেওঁৰ চকুত পৰিছে। ই ঘৈণীয়েকৰ প্ৰেমত পৰিছে নেকি? মানুহজনে অৱশ্যে জানে এই ল'ৰাজনৰ জৰিয়তেই ঘৈণীয়েকে প্ৰায়েই ডেইলী লটাৰীৰ টিকট কিনে।

# এটা ৰং বগা

ঘৰখনত অকণো শান্তি নাই। ৰাতিপুৱাতে মলমৰ বটলটো নাইকীয়া হ'ল বুলি পুতেক জীয়েকৰ থৈয়া-নথৈয়া এখন শাম কাটিছিলহে মাত্ৰ। তাৰ অলপ পিছতে মাকে আৱিষ্কাৰ কৰিলে পাকঘৰৰ বৈয়াম এটাত তেওঁ পঞ্চাশটকীয়া এখন লুকুৱাই থৈছিল, সেইখন এতিয়া পাবলৈ নাই। আজি গান মাষ্টৰক মাতি থৈছিল চিকিম চৰকাৰৰ হোলী বাম্পাৰ লটাৰীৰ পঞ্চাশটকীয়া টিকেট এখন কাটিবলৈ। মাষ্টৰ আহিল কিন্তু টকা নাই। অথচ আজিয়েই লটাৰীৰ টিকেট কিনাৰ শেষ দিন। ঘৈণীয়েকৰ তৰ্জন-গৰ্জন শুনি ল'ৰা-ছোৱালীহালৰ কাজিয়া শাম কাটিলে। নিশ্চয় পুতেকে ভাবিছে পঞ্চাশ টকাৰ নোটখন জীয়েকে লুকুৱাইছে আৰু জীয়েকে চাগে ভাবিছে ককায়েকে পঞ্চাশ টকাৰে ক'ৰবাত চিকেন-পেলাও খালেগৈ। মাকে সিহঁত দুয়োটাকে দুৰ্বাদল গালি-শপনিৰে নোটখন উলিয়াই দিবলৈ পাৰ্যমানে আদেশ দি যাব ধৰিছে। চিঞৰত তেওঁৰ কৰ্কশ সুৰ বিকট হ'বলৈ আৰম্ভ কৰিছে। ককায়েকে বাহিৰলৈ গৈ পায়খানাৰ টিঙৰ দুৱাৰখন ঘটংকৈ মাৰি অসহ্য গোন্ধৰ মাজত আত্মগোপন কৰিছেগৈ। মানুহজনে ভাবিছে— ঘৈণীয়েকৰ খং আৰু গালি-গালাজ সহজে বন্ধ নহ'ব। হেৰোৱা টকাখিনি পোৱাৰো আশা নাই। কাৰণ সেই নোটখন মানুহজনে পাকঘৰত খোৱাবস্তু বিচাৰোঁতে নিজেই এদিন বিচাৰি পাই খৰচ কৰি পেলাইছে। অফিচৰ পিকনিকত তেওঁৰ লগৰ পিয়নকেইটাই টকা তুলি মদ খোৱাৰ প্ৰগ্ৰাম কৰোঁতে তেওঁ সেই পঞ্চাশটকীয়া খনকেইচোন বৰঙণি দিছিল। মানুহজনে ঠিক কৰিলে যে ঘৈণীয়েকক এতিয়া শান্ত কৰিবলৈ হ'লে তেওঁ নিজেই অলপ দমদমাব লাগিব। সেয়ে তেওঁ সশব্দে বিছনাৰ পৰা নামিল আৰু 'এই জহনীত জাতী, ঐ মৰতী, ঐ কুকুৰণী' বুলি শোৱনিকোঠাৰ পৰা বীৰদৰ্পে আনটো কোঠা পালেগৈ, য'ত গানৰ মাষ্টৰজন চুচুক-চামাককৈ বহি আছিল আৰু ঘৈণীয়েকে গালি-শপনি পাৰি আছিল।

মানুহজনৰ তৰ্জন-গৰ্জনত ঘৈণীয়েক শান্ত হ'ল। বেচেৰীয়ে বুজি পালে যে পঞ্চাশটকীয়াখন ওভোতাই পোৱাৰ আশা ক্ষীণ। গানৰ মাষ্টৰেও 'বৌ, মই পিচত আহিম' বুলি সাউতকৈ দুৱাৰেৰে আলিবাট পালেগৈ। লাগে-লাহে জীয়েকৰ উচুপনি কমিল। পুতেক পায়খানাৰ পৰা ওলাই আহিল। পাকঘৰৰ টুংটাং শব্দত বুজা গ'ল ঘৈণীয়েকে ভাত ৰান্ধিবলৈ ললে।

মানুহজনে অফিচলৈ ওলাবলৈ দাড়ি খুৰোৱা, গা ধোৱা আদি কামলৈ

খোজ ললে। এনেতে আকৌ আন এখন কাজিয়াৰ সূত্ৰপাত। জীয়েকে এইবাৰ বিহু পাৰ্টি এটাত নাচিবলৈ মাকৰ অনুমতি লবলৈ গৈছিল। ককায়েকে তাকে শুনি অগ্নিশৰ্মা হৈ উঠিল। খং উঠাৰে কথা। যোৱা বছৰ নাচিবলৈ গৈ গোটেই ঘৰখনকে নচুৱালে তাই। সিহঁতৰ বিহু পাৰ্টিৰ কোনোবা এজনৰ গৈতে লেটি-পেটি কৰি তাই হস্পিটাল পাবলগীয়া হ'লগৈ। মানুহজনে কোনোপ্ৰকাৰে কাবুলীৰ পৰা ধাৰ-ধুৰ কৰি ছোৱালীৰ আৰু সিহঁতৰ সকলোৰে লাজ-মান বচালে নাৰ্চিং হোমত এম টি পি কৰোৱাই। এইবাৰো জীয়েকে বিহুতলীত নাচিব খুজিছে। এনেকৈ তাই দুপইচা উপাৰ্জন কৰিব পাৰে। ককায়েকে নিদিয়ে। সিহঁতৰ কাজিয়াখন তুংগত উঠাৰ আগেয়েই ৰহমতুল্লা আহি ওলাল। সেই কাবুলীটো, যাৰ পৰা মানুহজনে টকা ধাৰলৈ লৈছিল।

## এটা চকৰি অথবা এটা পাকচক্ৰ

কাবুলীজনৰ হাতত ককৰ্থনাখিনি হজম কৰাৰ সময়তে মানুহজনৰ মগজুত এটা পাকচক্ৰই জন্ম ললে। ঘৈণীয়েকৰ সমুখতে ধাৰ সুজিবলৈ অহা বিদেশী কাবুলীৰ দম্‌দমনি আৰু সহি থাকিব নোৱাৰি। কিবা এটা কৰিব লাগিল। মানুহজনে মনে মনে এটা ষড়যন্ত্ৰ ভাবি উলিয়ালে আৰু ষড়যন্ত্ৰটোত নিজৰ পুতেককো সাঙুৰি ল'লে।

সেইদিনা অফিচত দৰ্মহাৰ দিন। ট্ৰেজাৰীৰ পৰা বিল পাচ কৰাই বেংকৰ পৰা টকা উলিয়াই মানুহজন আৰু কেচিয়াৰ এজন একেলগে দুপৰীয়া অফিচলৈ উভতি আহে। কেচিয়াৰজনৰ হাতত কাজগপত্ৰবোৰ থাকে আৰু মানুহজনৰ হাতত টকাৰ বেগটো থাকে। ৰেক্সিনেৰে নিৰ্মিত টকাৰ বেগটোত তেওঁ আগৰে পৰা চাইডত অৰ্থাৎ কাষৰ পিনে ব্লেডেৰে কাটি এটা ফুটা কৰি থব। আৰু সেই ফুটাৰে নহয় ওপৰৰ খোলা জীপাৰৰ মাজেৰেই তেওঁ এশটকীয়া বাণ্ডিল তিনিটামান সহজে উলিয়াব পৰাকৈ ৰাখি থব। বাছৰ ভিৰত পুতেকে সেই টকাৰ বাণ্ডিলকেইটা বাপেকৰ বেগৰ পৰা উলিয়াই লৈ পিছৰ ষ্টপেজত লাহেকৈ নামি যাব। বাপেকে অফিচলৈ উভতি গৈ বেগৰ ব্লেডেৰে কটা অংশটো দেখুৱাই ক'ব কোনোবাই বাছতে ব্লেডেৰে কাটি কিছু টকা লৈ গ'ল। অফিচৰ সমূহ কৰ্মচাৰীয়ে নিশ্চয় তেওঁক সমবেদনা দেখুৱাব।

মানুহজনৰ পৰিকল্পনাই কাম দিলে। বেগৰ পৰা পুতেকে টকা উলিওৱাৰ কথা ওচৰতে থকা অফিচৰ কেচিয়াৰ জনেও গম নেপালে। কিন্তু পিছৰ ষ্টপেজত টকাৰে সৈতে পুতেক নমাৰ পিছত কি ঘটিল সেয়া বাপেকজনে ঠিক

তেতিয়াই নেজানিলে। ঘৰলৈ ওভতাৰ পিছতহে জানিব পাৰিলে!

ভিৰৰ মাজত বাছৰ পৰা নমাৰ লগে লগে কোনোবা এজন যাত্ৰীয়ে পুতেকক চিনি পালে পকেটমাৰ বুলি। আগদিনাও গধূলি পুতেকে এনেকৈ পকেট মাৰিবলৈ গৈ ধৰা পৰি মাৰ খাইছিল। আজিও মানুহজনে বাহিৰৰ পৰা দেখা পাইছিল পুতেকে আনৰ বেগৰ পৰা টকা সৰকোৱা। তেওঁ 'পকেটমাৰ', 'পকেটমাৰ' বুলি চিঞৰাৰ আগেয়েই বাপেকহঁত থকা বাছখন এৰি দিলে। আৰু পুতেকক উন্মত্ত জনতাই ঘেৰি ধৰেহি। উন্মত্ত জনতাৰ হাতত পুতেকৰ কি দুৰৱস্থা হ'ল হ'লেই। কিন্তু হুলস্থুলৰ মাজত তাৰ হাতত থকা টকাৰ বাণ্ডিলকেইটা কোনপিনে অন্তৰ্দ্ধান হ'ল সেই কথা পুলিচেও ক'ব নোৱাৰিলে।

## এটা ৰং গেৰুৱা

মানুহজনৰ চাৰিওপিনে দুৰ্দশা এতিয়া। অফিচতো তেওঁ ত্ৰিশ হাজাৰ টকাৰ ধৰুৱা হৈ পৰিল। পুতেকৰো কামিহাড় দুডাল ভাঙিল। মাক-জীয়েকৰ ওচৰ চুবুৰীয়াৰ সৈতে আহ-যাহ কমি গ'ল।

এইবোৰ দুৰ্দশাত তীব্ৰ বেজাৰত, মানুহজনৰ হিয়াত আজিকালি বৈৰাগ্য ভাব উপজিছে। তেওঁ এতিয়া ধৰ্ম-কৰ্মতেই নিজৰ ইহকাল লগাই দিছে। কোনোবা এজন গুৰুৰ শৰণাগত হৈ তেওঁৰ আশ্ৰমতেই বেছিভাগ সময় কটায়।

ল'ৰাজনেও উন্মত্ত মানুহৰ উমৈহতীয়া মাৰপিট খাই পুলিচৰ হাতত নগুৰ-নাগতি হৈ কামিহাড়, কঁকালৰ হাড় ভাঙি ঘৰতে পৰি থাকে বিছনাত আকাশ-পাতাল ভাবি।

জীয়েকে এইবোৰ দেখিশুনি বিহুদলৰ ঢুলীয়াজনৰ সৈতে লাহেকৈ পলাই গ'ল।

ঘৈণীয়েকেও আজিকালি গানৰ মাষ্টৰৰ সৈতেই মেল মাৰি বেছিভাগ সময় কটায়। আৰু মাজে মাজেই তেওঁৰ সৈতে বাহিৰলৈ ফুৰিবলৈ যায়। ওচৰ চুবুৰীয়াৰ মতে তেওঁৰ স্বভাৱ-চৰিত্ৰ তেনেই ৰসাতলে গৈছে।

তেওঁলোকৰ সংসাৰত এনে বৈৰাগ্যৰ বিৱৰণেৰে গল্পটো শেষ কৰিবলগীয়া হোৱাটো মোৰ বৰ মনঃপুত হোৱা নাই। কাৰণ মই এই মহান দেশৰ এজন স্বাধীন লেখক। প্ৰতি পোন্ধৰ আগষ্টত দিল্লীত সেউজীয়া, বগা, গেৰুৱা ৰং সনা মাজত চকৰি এটা অঁকা পতাকা উৰুৱাই প্ৰতিবছৰে নিৰ্বাচিত প্ৰধানমন্ত্ৰীবোৰে সমগ্ৰ দেশৰ ৰাইজৰ বাবে আশাৰ বাণী বিয়পাই দিয়ে

দুৰদৰ্শনেৰে। সেই আশাৰ বাণীবোৰে গল্পত বৰ্ণিত এই মানুহজনৰ দৰে অসংখ্য সংখ্যাগৰিষ্ঠজনৰ সংসাৰত নিশ্চয় অলপ হ'লেও প্ৰতিফলন পেলায়। সেই প্ৰতিফলনৰ ৰেঙণি অলপৰেই ময়ো এই গল্পটো শেষ কৰিম এইদৰে আশাৰ অংগীকাৰেৰে।

পুতেকজনে হয়তো শাৰীৰিক সুস্থতা লাভ কৰিব আৰু ভালকৈ নিজৰ কাম-কাজত লাগি যাব। এইবাৰ হয়তো সি পকেট মাৰিবলৈ এৰি ৰাজনৈতিক দলৰ দালাল হৈ যাব আৰু মন্ত্ৰী-মুখ্যমন্ত্ৰীৰ পালি-প্ৰহৰীয়া হৈ বৃহত্তৰ চোৰ ডকাইতিত তেওঁলোকক সহায় কৰিবগৈ।

মাকে হয়তো সেই গানৰ মাষ্টৰ আৰু তেওঁৰ জৰিয়তে প্ৰাচীনতম ব্যৱসায়ৰ এজনী সক্ষম ব্যৱসায়ী হৈ বিভিন্ন হোটেল, গেষ্ট হাউচলৈ গৈ নিজৰ যৌৱনৰ ছলাকলাৰে অনেক ক্ষমতাশালী বিত্তশালী লোকলৈ আমোদ-প্ৰমোদ বিলাই নিজেও শেষ পৰ্যন্ত প্ৰচুৰ সম্পত্তিৰ অধিকাৰী হ'বগৈ।

আৰু মানুহজন? তেওঁৰ কি গতি হ'ব? তেওঁচোন ধৰ্মকৰ্মত লিপ্ত হৈ পৰিছিল। তেৰোঁ হয়তো শেষ পৰ্যন্ত পৰম ভাগ্যশালী প্ৰতিপন্ন হ'ব। তেওঁ হয়তো ভৱিষ্যতে কেতিয়াবা সাক্ষাৎ ঈশ্বৰ দৰ্শন কৰিব আৰু নিজেই এজন ডাঙৰ 'বাবা' হৈ সমগ্ৰ সংসাৰতে শান্তি বিলাই ফুৰিব।

## দেবব্ৰত দাস

**ঠিকনা ঃ** ৫ বি. এন. দাস লেন (অফ লেম্ব ৰ'ড)

আমবাৰী, গুৱাহাটী ৭৮১০০১

**জন্ম ঃ** ১৯৫০ চনৰ ৩ জানুৱাৰী

শিক্ষা ঃ ইঞ্জিনিয়াৰিঙৰ স্নাতক

**প্ৰকাশন ঃ**

(১) গল্প সংকলন চাৰিখন

(২) উপন্যাস দুখন

(৩) উপন্যাসিকা সংকলন ৭ খন

(৪) হিয়াৰ পখিলা (দুখন)

## যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

# প্ৰমীলাৰ গাঁৱলৈ

আপুনি বাঘলৈ ভয় কৰে? মই নকৰোঁ। হাতত দাখন থকা অৱস্থাত মই বহুবাৰ বাঘৰ সন্মুখীন হৈছোঁ। তাৰ জোঙা দাঁতৰ ফাঁকেদি জিলিকি উঠা ৰঙা জিভাখন পৰ্যন্ত মই দেখিছোঁ। তাৰ দৃষ্টিৰ শাণিত তীখাই কিন্তু মোক কোনোদিনে কাবু কৰিব পৰা নাই। কাৰণ মই পৰম্পৰাগতভাৱে বাঘ চিকাৰীৰ ঘৰৰ। মানুহে কয় যে বাঘৰ নাকত যিদৰে মানুহৰ তেজৰ গোন্ধ পোৱা উগ্ৰ ঘ্ৰাণশক্তি আছে, ঠিক সেইদৰে আমাৰ চিকাৰী পৰিয়ালটোৰ মানুহৰ নাকতো আছিল অতি উগ্ৰ ঘ্ৰাণ শক্তি। জোপোহাৰ আঁৰত লুকাই থকা বাঘৰ অস্তিত্ব গম পোৱা অদ্ভুত ঘ্ৰাণ শক্তি আছিল আমাৰ চিকাৰী মানুহখিনিৰ।

বাঘৰ দৰে সাহস আছিল বাবেই গাঁৱৰ মানুহখিনিয়ে কৈছিল, "প্ৰবাহন তই আগত যা।" যাঠি জোকাৰি দেও উঠা মানুহৰ দৰে মই আগত গৈছিলোঁ। কঁকালত এখন মিত দা। সেই সময়ত মোৰ মূৰৰ মাজত দয়া-মমতা, মানৱতা আদিৰ অস্তিত্বও নাছিল। কাৰণ মানুহবোৰে মোক সোঁৱৰাই দিছিল যে সেই মানুহখিনি দেশৰ শত্ৰু। বিদেশী চোৰাংচোৱাই গাঁওখনত খৰলি পাতিছে! বচ, কথা নাই। মানুহখিনি যেন উত্ৰাৱল হৈ উঠিল। ঘৰে ঘৰে ফুচ্‌ফুচনি শুনা গ'ল। দিনতে ঠিক হ'ল গাঁওখন ঘেৰাও কৰাৰ। হাতে হাতে অস্ত্ৰ লৈ মানুহখিনি ওলাল— যেন এখন যুদ্ধৰ সাজ বহুদিনৰপৰা পৰি থকা মামৰে ধৰা তৰোৱাল, যাঠি, বেতৰ পুৰণি ঢাল, মাছ মৰা পছা, শেল আঁদিও হাতে হাতে ল'লে। যাৰ একো নাই সি বাঁহ কটা দাখন লৈ ওলাল। মুঠতে বিদেশী দালালৰ প্ৰতিনিধিবোৰক মাৰিবৰ বাবে যেন খন্তেকতে গাঁওখনৰ মানুহখিনিয়ে গঢ়ি তুলিলে এটা সেনা বাহিনী!

উত্ৰাৱল মানুহখিনিৰ লগত বাঘৰ দৰে জঁপিয়াই যাওঁতে মোৰ লগত আছিল লেঙেৰা নৰেন আৰু বিপিন। দুয়োটা মোৰ আশৈশৱ বন্ধু। নৰেনৰ এটা ভৰি অলপ কোঙা। তথাপি সি সাহে-পিতে সিংহ যেন। সি আগত। তাৰ পিছত

মই। বিপিন অলপ পিছত। অলপ দূৰ গৈ ঘূৰি চাই মই অবাক হ'লোঁ এইটো কথা ভাবিহে যে মোৰ পিছে পিছে যিটো ল'ৰা আহি আছে, সি মোৰ গাঁও সমন্ধীয়া ভাইহে। বয়স মুঠেই বাৰ-তেৰ বছৰমান হ'ব। তাক দেখি মোৰ প্ৰথমে খং উঠিল। ইমান সৰু ল'ৰাটো আমাৰ লগত কিয়? মই তাক প্ৰথম ধমকি দিলোঁ। তাক বুজাই দিলোঁ সন্মুখত থকা ভয়ংকৰ বিপদৰ কথা। আমি যিখন গাঁৱলৈ ওলাই আহিছোঁ তাৰ মানুহখিনিও জংগী। সহজে সিহঁতেও হাৰ নামানে। সিহঁতে বন্দুকো ব্যৱহাৰ কৰিব পাৰে। সি হাঁহিলে। মোৰ কথা শুনি অকণো ভয় নকৰি সি কলে— "দাদা, মই যামেই। মৰিলে মৰিম।" এইবাৰ মোৰ প্ৰকৃততেই খং উঠিল— "হৰেন, মই তোক হুকুম দিছোঁ। তই একেবাৰে পিছলৈ যা। ওঁঠ চেপিলে গাখীৰ ওলাব, তই আকৌ যুঁজিবলৈ আহিছ। যা বুলিছোঁ নহয়।" মোৰ খং উঠা দেখি সি পিছ পৰি গ'ল। যাওঁতে কিন্তু কৈ গ'ল— "মইতো অকলে অহা নাই। মোৰ সমান সকলো আহিছে।"

মোৰ সন্মুখত তেতিয়া এবুকুমান ওখ তিচিডৰা। তিচিডৰা পাৰ হ'লেই সিহঁতৰ গাঁৱৰ সীমাতে থকা মাহতলীখন আৰম্ভ। তাৰ পিছত মুকলি গাঁও। গাঁওখনৰ সিফালে হোলাটো। হোলাটোৰ সিটো পাৰলৈ ইতিমধ্যে বিপিন গৈছে। লগত দুশটামান ডেকা। মোৰ আগে-পিছে অতি কমেও পাঁচশৰপৰা সাতশ মানুহ। হাতে হাতে অস্ত্ৰ-শস্ত্ৰ লৈ সকলো সাজু।

অতৰ্কিতে যে মোৰ সন্মুখতে ঘটনাটো ঘটি যাব মই ভবাই নাছিলোঁ। মোৰ সন্মুখেদি গৈ আছিল নৰেন। লেঙেৰা নৰেন। মোৰ আশৈশৱ বন্ধু নৰেন। যাৰ গল্‌গলীয়া কণ্ঠস্বৰত বিষ্ণু ৰাভাৰ কবিতাই গম্‌গমাই উঠিছিল সেই নৰেন। সিয়েই আগত গৈছিল। সি ভবাই নাছিল যে তিচিডৰাৰ মাজত হঠাতে কোনোবা চকুৰ আগতে ওলাব। নভবাটোৱেই হ'ল। সি তৰ্কিবলৈ নৌ পাওঁতেই আঁকোৰা দাৰ ঘাপ পৰিল তাৰ ডিঙিত। ডিঙিটো ছিটিকি গৈ বহু দূৰত পৰিল। তাৰ পিছত মাথোঁ খন্তেক মই তভক মাৰি ৰৈছিলোঁ নেকি। চকুৰে মই আন্ধাৰ দেখিছিলোঁ খন্তেক। নৰেনৰ কটা মূৰটোৰ ওপৰেদি তাৰ পিছত মই জঁপিয়াই গৈছিলোঁ। মোৰ লগত কেইবাশও মানুহ। তিচিডৰাৰ মাজত লুকাই থকা সাতটা মানুহ পলকতে টুকুৰা-টুকুৰকৈ কাটি আমি ঘাঁহনিবোৰৰ ওপৰেদি দৌৰিছিলোঁ সিহঁতৰ ঘৰবোৰৰ ফালে।

অগ্নি-সংযোগ, হত্যা, চিঞৰ-বাখৰৰ মাজত গাঁওখন ধ্বংসস্তুপত পৰিণত হওঁতে মাত্ৰ পঞ্চাশ-ষাঠি মিনিট লাগিছিল। আটাইতকৈ ডাঙৰ ঘটনা ঘটিল ইয়াৰ পিছতহে। গাঁওখন ধ্বংস কৰাৰ পিছত গোটেই মানুহখিনিয়ে চোঁচা

ল'লে হোলাটোলৈ। পলাই যোৱা মুনিহ, তিৰোতা, ল'ৰা-ছোৱালী হোলাটোৰ পানীত পৰিছিল। সিহঁতে ভবা নাছিল যে হোলাটোৰ সিপাৰে বিপিনহঁত আছে। হোলাটোৰ পানী খন্তেকতে ৰঙা হৈ গ'ল।

মই হোলাটোৰ সিপাৰে দেখা পালোঁ হৰেনক। তাৰ লগত তাৰ লগৰ সৰু ল'ৰাবোৰ। সি মোক দাখন জোকাৰি দেখুৱালে। কচু গছ কটাদি সিহঁতে নিৰস্ত্ৰ মানুহলৈ দা চলাইছে। হঠাৎ মই বিমূঢ় হৈ গৈছিলোঁ নে কি।

হঠাৎ পানী-যুঁৱলিত চকু পৰিল মোৰ চিনাকি মুখখন! জহৰ আলী। জহৰ আলীয়ে হেকিমী চিকিৎসা কৰিছিল। গাঁৱৰ মানুহখিনিৰ সি আছিল প্ৰিয় ডাক্তৰ। পানী-যুঁৱলিত মূৰ দি সি পৰি আছে। বুকুত যাঠিৰ খোঁচ। এসোঁতা তপত তেজ বৈ গৈ তেতিয়াও হোলাটোৰ পানী ৰঙা কৰিছে।

মোৰ সম্বিৎ ফিৰি আহিল মোৰ তপিনাত খামুচি ধৰা পাটগাভৰু ছোঁৱালীজনীলৈ চাই। মোৰ চিৰ চিনাকি কাতৰ কোমল লাৱনি মুখখন। জহৰ আলী হেকিমীৰ ছোৱালী। কমলা। কমলা বেগম। জহৰ আলীয়েই লৈ আহিছিল তাইক মোৰ ওচৰলৈ। ইংৰাজী স্কুলত নাম লগোৱা বছৰেই। মই তাইক ইংৰাজী শিকাই দিছিলোঁ। অতি মেধাবী ছোৱালী কমলা।

"দাদা, মোক ৰক্ষা কৰক।"

হঠাৎ মূৰটো মোৰ ঘূৰি গৈছিল। মই দুচকু মুদি দিছিলোঁ। নৰেনৰ কটা মূৰটো যেন মোৰ ভৰিৰ তলত। কাণত কমলাৰ কাতৰ কণ্ঠস্বৰ— "দাদা, মোক ধৰ্ষণ কৰিলেও আপুনিয়েই কৰক। মোক নামাৰিব। জীয়াই থাকিবলৈ দিয়ক।"

"ঐ কি প্ৰেম কৰিছ। মাৰি পেলা।"

মোৰ কাণত পৰিল। কাৰ মাত ধৰিব নোৱাৰিলোঁ। দেও লগা হোলাটোত তেতিয়া দুপৰীয়া। প্ৰখৰ ৰ'দত যেন ফুলি উঠিছে ৰঙা পানীবোৰ। কটা মৃতদেহবোৰ। উত্তাপত মোৰ মূৰ গৰম হৈ গৈছে।

"কমলা তই আঁতৰি যা। মই তোক মাৰিব নোৱাৰোঁ। তোক বচাবও নোৱাৰোঁ। তোক বচালে মোকো কোনেও নেৰে। যা নিজে বচাৰ চেষ্টা কৰ। মই যাঠিৰ নালডালেৰে তাইক ঠেলি দিলোঁ পানীৰ মাজলৈ।

পানীৰ মাজৰ পৰা তাই হাতযোৰ কৰিলে। কিয় কৰিলে মই ঠিক নুবুজিলোঁ। মই অনুভৱ কৰিলোঁ যেন মোৰ কলিজাত ইতিমধ্যে এখন তৰোৱাল মৰা হৈ গৈছে। যেন মোৰ মৃত্যু হৈছে ধীৰে ধীৰে।

মই দেখা পালোঁ ধীৰে ধীৰে কমলা উঠি গৈছে হোলাটোৰ সিটো পাৰলৈ। তাই কিয় সেইদৰে গৈছিল মই নুবুজিলোঁ। হয়তো তাই ভাবিছিল হৰেনৰ দৰে সৰু সৰু ল'ৰাবোৰে তাইক এৰি দিব। তাই আগবাঢ়ি গ'ল আৰু একেঁকালমান পানীত ৰৈ দিলে। বোধহয় তাইৰ গভীৰ ভাগৰ লাগিছিল। হৰেনে যেন এই কথাটোৰ বাবেই ইমান সময় ৰৈ আছিল পাৰত। খপ্‌খপ্‌কৈ সি নামি আহিল পানীলৈ। কমলাৰ চুলিকোছাত থাপ মাৰি ধৰিলে আৰু ঠিক ডিঙিতে ঘাপ দিলে এজোপা কলপুলি কটাৰ দৰে। তেজৰ ফোৱাৰা উঠিল। দেওলগা হোলাটোৰ পাৰত হৰেনে প্ৰেতনৃত্য আৰম্ভ কৰিলে কমলাৰ কটা মূৰটো হাতত লৈ।

চৌ চৌকৈ তেজৰ ফোৱাৰা মাৰি দি কমলাৰ মৃতদেহটো বাগৰি পৰিল দেও লগা হোলাটোৰ পানীত। হোলাটোৰ পাৰে পাৰে হৰেন আগবাঢ়ি আহিল। মই স্তব্ধবাক হৈ ৰ'লোঁ কেৱল হৰেনৰ খেলটো চাই।

চোলাটো তেতিয়া তেজে তুমৰলি। অ'ত-ত'ত জীয়াই থকা মানুহবোৰ নিঃশেষ কৰাত লাগিছে পিছত জঁপিয়াই পৰাবোৰে। মই অনুভৱ কৰিলোঁ মোৰ যেন ঘৃণাৰ পাত্ৰটো নিঃশেষ হৈ গৈছে। অলপ আগলৈকে গুমৰি থকা ভয়ংকৰ উত্তাপ এতিয়া আৰু অকণো নাই। মোৰ সন্মুখত পানী-যুঁৰলিত পৰি আছে জহৰ আলী। পানীৰ মাজত বাগৰি পৰিছে কমলাৰ মৃতদেহ। মোৰ অনুভৱ হ'ল মই যেন অন্ধকূপ এটাৰ দুৰ্গন্ধ আৰু জুইৰ মাজত ওলাব নোৱাৰাকৈ সোমাই পৰিছোঁ। মোৰ সম্বিৎ ফিৰি আহিল যেতিয়া হৰেনে মোৰ চকুৰ আগত দাঙি ধৰিলে কমলাৰ মূৰটো! তাৰ মুখত বাঘৰ হাঁহি। সি মূৰটো মোৰ গালৈ পেলাই দিলে। কটা ডিঙিৰ তেজ লাগি মোৰ কামিজটো ৰঙা হৈ গ'ল।

হয়তো মোৰ মুখত থুপ খোৱা ৰঙা তেজ আৰু উদ্যত যাঠিডাল দেখি হৰেন পিছুৱাই যাবলৈ ধৰিলে। দাখন তাৰ হাতৰপৰা সৰি পৰিল। অলপদূৰ সেইদৰে যোৱাৰ পিছত সি দৌৰিবলৈ ধৰিলে। সি ইমানেই অন্ধ হৈ দৌৰিছিল যে এঠাইত কৰ্ফাল খাই বাগৰি পৰিল। ঠিক সেই সময়ত বিপিন অহি মোৰ সন্মুখত থিয় হ'ল।

"হৈছে কি প্ৰবাহন!"

"সি এটা বাঘ।"

বিপিনে মোৰ উদ্যত যাঠিডাল নমাই দিলে। স্বাভাৱিকতে ভাবগধুৰ কণ্ঠস্বৰেৰে সি ক'লে— "আমি সকলো বাঘ হৈ গলোঁ । প্ৰবাহন; আৰু তাৰ বাবে আমি হয়তো দায়ী নিজেই।"

বিপিনে নৰেনৰ কথা সুধিলে। মই নৰেনৰ কথা যি দেখিছিলোঁ ক'লোঁ। বিপিনে কিন্তু বিশ্বাস নকৰিলে। তিচিডৰাৰ মাজত যি ঠাইত ঘটনাটো ঘটিছিল আমি তালৈ গ'লোঁ। তাত নৰেনৰ মৃতদেহৰ চিন-মোকামো নাই। বাকীবোৰ মৃতদেহো নাই। তাত গোট খাই থকা দল দল শিয়ালমুখীয়া মানুহে মৃতদেহবোৰ ঘৰ জ্বলোৱা জুইত জাপি দিলে। নৰেনৰ মৃতদেহো হয়তো জাপি দিলে জুইত।

তাৰ পিছত আমাৰ কন্দাৰ পাল। বিপিনে তাতে বহি উচুপি উচুপি কান্দিছিল। ময়ো কান্দিছিলোঁ। এই চকুলোৰ শেষ নহ'ব। বহু দিন বহু বছৰ ধৰি কান্দিলো আমি। চকুলো শুকাই নৌ যাওঁতেই এদিন বিপিনে ক'লে. "প্ৰবাহন মই চাকৰি পাইছোঁ গুৱাহাটীত। নতুন কলেজ এখনত। তয়ো ব'ল। এই অন্ধকূপটোত আৰু কিদৰে থাকিবি।"

মোৰ বাবে দিনবোৰ অসহ্য হৈ আহিছিল। ৰাতিবোৰ সীমাহীন হৈ পৰিছিল। চকু মুদিলেই মই দেখা পাইছিলোঁ নৰেনৰ কটা মূৰটো। দেখা পাইছিলোঁ জহৰ আলীক। তেজৰ সোঁতাটো জীৱন্ত ৰূপত যেন মিলি যোৱা দেখিছিলোঁ বাৰম্বাৰ হোলাটোত। বুকুৰ মাজত অনুভৱ কৰিছিলোঁ এক বৰ্ণনাতীত হিম শীতল শূন্যতা। কমলাৰ সুন্দৰ মুখখন-- তাই যেন দুপৰ নিশা সেউজীয়া গছপাত পিন্ধি আহি মোৰ সন্মুখত থিয় হৈছিল। "দাদা মোক ৰক্ষা কৰক'— তাই চিঞৰি উঠিছিল। চকু মেলি আন্ধাৰত মই দেখা পাইছিলোঁ মুণ্ডহীন কমলাৰ দেহটো দৌৰিছিল। হৰেনৰ ফালে মুখ কৰি মোৰ যাঠিডাল কোঁ-কোঁৱাই আগবাঢ়িছিল। অকস্মাৎ মই অনুভৱ কৰিছিলোঁ যাঠিডাল মোৰ বুকুলৈ ঘূৰি আহিছে।

বিপিনৰ সান্তনাৰ ভাষাই মোক অধিক ক্ষুব্ধ কৰিছিল। "পাহৰি যা প্ৰবাহন। আচলতে চব ঘটনাৰ বাবে আমি তিনিটাই দায়ী। নৰেন, তই আৰু মই।" মই হয়তো ভিতৰি ভিতৰি পাগল হৈ গৈছিলোঁ। বিপিনে মোক জোৰ কৰি লৈ আহিছিল নগৰলৈ। সি প্ৰায়ে গুৰু-গম্ভীৰ স্বৰেৰে কৈছিল, "এদিন প্ৰায়শ্চিত্ত হ'ব প্ৰবাহন ইমান ভাগি নপৰিবি। তই শিল্পী মানুহ। সেয়ে আৱেগ হয়তো অলপ বেছি। কামত লাগি যা। ছবি আঁক। এদিন সকলো ঠিক হৈ যাব।"

ব্ৰাশ্ব হাতত লৈ মই বহি ৰওঁ ঘণ্টাৰ পাছত ঘণ্টা। সেই বিহ্বল চকুহাল, ভয়াৰ্ত খামোচটো, কাতৰ প্ৰাৰ্থনাৰ ভংগীত থিয় হৈ ৰোৱা মূৰ্তিটো, মুণ্ডহীন তেজৰ ফোৱাৰাটো, কটা মূৰটো— কোনটো আঁকিম মই? মই অনুভৱ কৰিছিলোঁ— সেইবোৰৰ বাহিৰে মোৰ মূৰৰ ভিতৰত একো নাই। বিপিনৰ

উৎসাহত যি দুই-এখন ছবি আঁকিছিলোঁ তাতো কেবল ফুটি উঠিছিল তেজ।

ইতিমধ্যে মোৰ এখন প্ৰদৰ্শনীও হৈ গ'ল। নাম কৰিলোঁ। বিপনে ক'লে, "লাহে লাহে সকলো ঠিক হৈ যাব প্ৰবাহন।" সকলো ঠিক হৈ যাব; কিন্তু মই জানো, সেয়া আছিল তাৰ মিছা প্ৰতিশ্ৰুতি, মিছা প্ৰবোধ। কাৰণ মোৰ সেই দিনটোৰ বাহিৰে কোনো দিন নাই। কমলাই মোৰ গাত খামুচি ধৰিছিল— তাই বিহ্বল কণ্ঠেৰে কোৱা কথাষাৰ অহৰ্নিশে কাণত ভাঁহে, "মোক ৰক্ষা কৰক দাদা। ধৰ্ষণ কৰিলেও আপুনিয়েই কৰক। মোক তথাপি জীয়াই থাকিবলৈ দিয়ক।" জীয়াই থকাৰ সেই কৰুণ আহ্বানকো সেইদিনা মই সঁহাৰি দিব পৰা নাছিলোঁ। মই তাইক ভনী হিচাপে ল'ব পাৰিলোঁহেঁতেন নাইবা পত্নী হিচাপেও ল'ব পাৰিলোঁহেতেন; কিন্তু সেই সাহস মোৰ নহ'ল।

এদিন আবেলি হাতত তুলিকা লৈ বহি আছোঁ। সন্মুখত কমলাৰ মুখখন। তাইৰ কাতৰ চকুযুৰি। মই সম্পূৰ্ণ কৰিব পৰা নাই ঠিক তেনে সময়তে বিপিন আহিল। হাতত কাগজখন। অত্যন্ত উলাহেৰে সি ক'লে, "সি মৰিল প্ৰবাহন। তাক মানুহে মৰিয়াই মৰিয়াই মাৰিলে।"

"কোন সি?"

"হৰেন।"

"কিয় মাৰিলে?"

সি কাগজৰ দ্বিতীয় পৃষ্ঠাৰ বাতৰিটো মোৰ চকুৰ আগত দাঙি ধৰিলে। "ৰাইজৰ মাৰত ধৰ্ষণকাৰীৰ মৃত্যু।" মই কল্পনা কৰিলোঁ দৃশ্যটো। সি বন্য বাঘৰ দৰে আক্ৰমণ কৰিছিল প্ৰমীলাক। গাঁৱৰ মানুহে তাক মৰিয়াই মৰিয়াই মাৰিলে।

বিপিনে ক'লে— "প্ৰমীলা মোৰ পেহীৰ ছোৱালীজনী প্ৰবাহন। আমি ইয়ালৈ আহোঁতে তাই ষষ্ঠ মানত পঢ়ি আছিল। এতিয়া বি এ পাছ কৰি ঘৰতে আছিল।"

"পেহীৰ যে কি হ'ব! অকলশৰীয়া তাতে।" বিপিনৰ মুখত দুখৰ প্ৰলেপ। মই অনুভৱ কৰিলোঁ কান্ধলৈ আহি আছে প্ৰায়শ্চিত্তৰ দায়িত্ব।

"হৰেন আমাৰ সৃষ্টি বিপিন।"

"হয়তো হয়।"

"গতিকে প্ৰমীলাৰ অৱস্থাটোৰ বাবে পৰোক্ষভাৱে আমি দায়ী।"

"ওঁ, দায়ী।"

"এই দায়টো আৰম্ভ হৈছে কমলাৰ মৃত্যুৰ দিন'ই। তাৰ পিছৰপৰাই সি হ'ল উদণ্ড। মানুহ খোৱা বাঘ। সন্ত্ৰাসবাদী।"

"হয়তো হয়।"

"হয়তো হয় নহয়, হয়েই।"

বিপিনে একো নামাতিলে।

"শুন বিপিন, হৰেন সেইদিনাই বাঘ হৈছিল। তাক মই মাৰি পেলাব খুজিছিলোঁ। তই নিদিলি। গতিকে তয়ো দায়ী।

"তই সেইদৰে কিয় ভাবিছ?"

মই কিয় ভাবিছোঁ সেই কথা সিদ্ধান্ত কৰিবলৈ আচলতে মোৰ এক পলকো লগা নাছিল। মই বিপিনৰ হাতত খামুচি ধৰিলোঁ। "মই প্ৰায়শ্চিত্ত কৰিম বিপিন। তই মোক ৰক্ষা কৰ।"

"কি হ'ল তোৰ প্ৰবাহন?"

"একো হোৱা নাই বিপিন। মই প্ৰায়শ্চিত্ত কৰিম। মই প্ৰমীলাক বিয়া কৰাম। কমলাৰ দৰে অৱহেলাত কাকো মৰিবলৈ মই দিব নোৱাৰোঁ।"

"পাগল হৈছ নেকি? তাইৰ অৱস্থাটো তই জান? তাই ধৰ্ষিতা হৈছে। অচেতন অৱস্থাত গাঁৱৰ মানুহে তাইক উদ্ধাৰ কৰিছে। তাই এতিয়া মানসিক ভাৰসাম্য হেৰুৱাই পেলাইছে।"

"সেইবাবেই মোক লাগে এটা সুবিধা। জীয়াই থকাৰ বাবে মোক এতিয়া এটা উদ্দেশ্য লাগে বিপিন।"

"মোৰ বাবে তাই হ'ব কমলা বেগম। মোক সহায় কৰ বিপিন।"

বিপিনে মোক খামুচি ধৰিলে দুহাতেৰে।

আন্ধাৰৰ মাজে মাজে আমি আগবাঢ়িলোঁ প্ৰমীলাৰ গাঁৱলৈ। প্ৰমীলাৰ গাঁওখন কমলাৰ গাঁৱৰ বিপৰীতে। মাজত কেৱল্ পথাৰখন আৰু হোলাটো।

আন্ধাৰৰ মাজে মাজে এতিয়া বিপিন আৰু মই। পথাৰৰ মাজত। মোৰ চকুত জিলিকি উঠিছে প্ৰমীলাৰ গাঁৱৰ জোনাকীবোৰ। এটি দুটি অগণন। বিপিন আৰু মই দুয়ো জানো ইয়াতেই হৈছিল সেই ৰণ। মই এতিয়া য'ত বৈ আছোঁ— ঠিক ইয়াতেই পৰি আছিল নৰেনৰ কটা মূৰটো।

## কামাখ্যা সভাপণ্ডিত

# অসুৰৰ অমৃত মন্থন

একান্ত মনোযোগেৰে নিশাৰ জীৱনৰ কৰুণ অধ্যায়টোৰ কাহিনী শুনি উঠাৰ পিচত সাংবাদিক সুমন্তই ক'লে, 'কিন্তু এটা কথা নিশা, তোমাৰ হাতত উপযুক্ত প্ৰমাণ থাকিল বুলিলেই যে তুমি তেওঁৰ বিৰুদ্ধে যুঁজি কৃতকাৰ্য হ'ব পাৰিবা তাৰ কি মানে আছে? আচল কথা ক'বলৈ গ'লে আজিকালি এইবোৰ প্ৰমাণৰ কোনো মূল্য নাই।

নিশাই কিছু ক্ষোভেৰে ক'লে, 'মূল্য আছেনে নাই সেইটো সময়ত প্ৰমাণ হ'ব, এতিয়া আপুনি মাত্ৰ কওক, মোক সহায় কৰিবলৈ আপুনি ৰাজী আছেনে নাই?'

সুমন্তই একেই গহীন মাতেৰে ক'লে, 'চোৱা নিশা, মই সাংবাদিক সঁচা। অসমৰ এখন আগশাৰীৰ, অতি জনপ্ৰিয় কাকতত মই কাম কৰোঁ। সেইবুলি মোৰ স্বাধীনতাৰো এটা সীমা আছে। তথাপি তোমাক মই কথা দিছোঁ— মই যিমানখিনিলৈকে পাৰোঁ তোমাক সহায় কৰিম। ........তুমি যিটো কাহিনী বৰ্ণনা কৰিলা, সেই মানুহজনৰ বিৰুদ্ধে সেইখিনি হুবহু প্ৰকাশ কৰা টান; তথাপি মই দায়িত্ব লৈছোঁ। কিন্তু এটা কথা তোমাক আকৌ কওঁ, সেই ঘৃণনীয় ঘটনা কাকতত প্ৰকাশ হোৱাৰ পিচত তুমি বহুত কিবাকিবি হেৰুৱাবলগীয়া হ'ব পাৰে।'

'মানে?'

'সেই কামৰ দ্বাৰা তুমি নিজকে এক্সপোজ কৰাহে হ'ব। কাগজত কথাবোৰ পঢ়ি মানুহে তোমাকো এজনী বেয়া ছোৱালী বুলি ধৰি ল'ব। কাৰণ আমাৰ সমাজত পুৰুষে যিমানেই বেয়া কাম নকৰক, মানুহে তাৰ কথা ভাবি বেছি মূৰ নঘমায়; কিন্তু মহিলা বা ছোৱালীৰ ক্ষেত্ৰত সেই নিয়ম একেবাৰে ওলোটা। ......কথাবোৰ কাগজত ওলাই যোৱাৰ পিচত মানুহে হয়তো তোমাক লৈ এনে কিছুমান কথা প্ৰচাৰ কৰি দিব যাক  তুমি সহ্য কৰিবলৈ টান পাবা।

নিশাই কলে, 'সেই বিষয়ে মই জানো নভবাকৈ আছোঁ সুমন্তদা? ভাবি-চিন্তিয়েই আপোনাৰ আশ্রয় লৈছোঁ। এটা কথা আপুনি পাহৰি নেযাব, মই আপোনাক আগতেই কৈছোঁ যে মই যি হেৰুৱালোঁ তাতকৈ বেছি হেৰুৱাবলৈ মোৰ আৰু একো বাকী নাই। এতিয়া মোৰ প্ৰধান লক্ষ্য— সেই পাষণ্ডক লোকচক্ষুত হেয় প্ৰতিপন্ন কৰা; তেওঁৰ মান-সন্মান ধূলিৰ লগত মিহলি কৰি দিয়া। অকল সেয়ে নহয়, তেওঁৰ সাংসাৰিক জীৱন যাতে অশান্তিময় হৈ উঠে সেইটোও মই মনে-প্ৰাণে কামনা কৰোঁ।

সুমন্তই ক'লে, 'কিন্তু তুমি বিচৰা মতেই যে সকলো হ'ব সেই ভাৰষা মোৰ ফালৰপৰা দিব নোৱাৰোঁ।'

নিশাই একো উত্তৰ নিদিলে।

আচলতে সেইবোৰ কথা অফিচত বহি মুকলিকৈ আলোচনা কৰা মস্কিলেই। সুমন্তৰ সুবিধা হ'ল যে সেই সময়ত সম্পাদনা বিভাগত ছাব-এডিটৰ ভাগৱতী, বৰ্মন আৰু প্ৰুফৰীডাৰ শৰ্মাৰ বাহিৰে আৰু কোনো নাছিল।

সম্পাদনা বিভাগৰ একেবাৰে এমূৰে এখন প্ৰকাণ্ড খিৰিকীৰ কাষত সুমন্তৰ টেবুলখন। তেওঁ যিখন চকীত বহি কাম কৰে তাৰ সমুখত আৰু দুখন চকী পৰা থাকে। সুমন্তৰ ঠিক মুখামুখিকৈ তাৰে এখন চকীত নিশা বহিছিল।

আচলতে নিশাৰ লগত সুমন্তৰ কোনো পৰিচয় নাছিল। আজি দুসপ্তাহমানৰ আগ ৰ কথা। দুপৰীয়া একমান বজাত নিজৰ টেবুলত বহি সুমন্তই সম্পাদকৰ নিৰ্দেশক্ৰমে পিচদিনাৰ সংখ্যাৰ কাকতৰ বাবে বৰ মনোযোগেৰে 'পলিটিকেল ফীছাৰ' এটা লিখি আছিল। আৰু ডেৰটা বা দুটা পৃষ্ঠা লিখিলেই কামটো শেষ হয়, এনে সময়তে এজনী ছোৱালী তেওঁৰ সমুখত উপস্থিত হ'ল। সাংবাদিক সুমন্ত গোহাঁই তেওঁ হয় নে নহয় বুলি প্ৰশ্ন কৰি নিশ্চিত হৈ ছোৱালীজনীয়ে নিজৰ পৰিচয় দি ক'লে, 'মোৰ নাম মিছ নিশা লাহন। গোলাঘাটত ঘৰ। আপুনি এই কাকতত কাম কৰে বুলি আৰু এজন বিশিষ্ট সাংবাদিক বুলি মই ভালকৈয়ে জানো। এটা বিশেষ প্ৰয়োজনত মই আপোনাৰ ওচৰলৈ আহিছোঁ। অলপ বহিবলৈ দিবনে?'

'নিশ্চয়, নিশ্চয়' বুলি লিখাত ব্যাঘাত জন্মিলেও সুমন্তই ভদ্ৰতা ৰক্ষা কৰি সমুখৰ চকী এখনতে মিছ নিশা লাহনক বহিবলৈ দিলে। হাতৰ সুন্দৰ ভেনিটী বেগটো সমুখৰ টেবুলত থৈ নিশা বহিল। গৰম বেছি নাছিল যদিও সৰু ৰুমালখনেৰে তাই গাল-মুখখন মচি ল'লে। বাতৰি কাকতত কাম কৰা মানুহ

হিচাপে, বিশেষকৈ এজন নিষ্ঠাবান সাংবাদিক বুলি নাম থকা কাৰণে বহুত মানুহেই বহুত ঠাইৰ পৰা তেওঁক লগ পাবলৈ আহে। গতিকে কামত বাধা জন্মিলেও কোনো উপায় নাই।

'কওকচোন আপোনাৰ প্ৰয়োজনটো কেনেকুৱা?' সুমন্তই আধালিখা কাগজ কেইখিলাৰ ওপৰত হাত দুখন থৈ সন্তৰ্পনে আগন্তুকৰ মুখলৈ চালে। এজনী ২১/২২ বছৰীয়া (সুমন্তই অনুমান কৰা মতে) চকুত লগা চেহেৰাৰ গাভৰু ছোৱালী। গাৰ পৰিষ্কাৰ বগা ৰংটোৰ লগত মিলা গাঢ় সেউজীয়া ৰঙৰ ব্লাউজৰ সতে মুগাৰ মেখেলা আৰু পাৰিত সৰু সৰু ফুল থকা কপাহী চাদৰখনেৰে ছোৱালীজনীৰ ৰূপটো সুমন্তৰ দৃষ্টিত বৰ অপূৰ্ব যেন লাগিল।

'আপোনাৰ কামত ডিষ্টাৰ্ব দিয়া কাৰণে ক্ষমা কৰিব।' নিশাই বৰ নম্ৰভাৱে ক'লে— 'মোৰ প্ৰয়োজনটো ডাঙৰেই। আপুনি মোক এটা বিশেষ ধৰণৰ সহায় কৰি দিব লাগে।'

সুমন্তই সুধিলে— 'সহায়? কেনেকুৱা সহায়?'

'আপোনাক মই এটা ডাঙৰ ঘটনা কম; আপুনি সেইটো আপোনাৰ ভাষাৰে সুন্দৰকৈ সজাই-পৰাই আপোনালোকৰ কাকতত প্ৰকাশ কৰি দিব লাগে।'

সুমন্তই জানিছিলেই নিশাৰ আগমনৰ উদ্দেশ্য তেনেকুৱাই কিবা এটা হ'ব বুলি। নিজৰ ব্যস্ততা জাহিৰ কৰিবৰ কাৰণেই তেওঁ ক'লে, 'আজিতো মোৰ সময় একেবাৰে নহ'ব। ৰাতিপুৱা আঠ বজাতে ঘৰৰ পৰা ওলাই আহিছোঁ। এডিটৰে জৰুৰী কিবা এটা লিখিবলৈ দিছিল, সেইটো লিখা হ'লেই যামগৈ বুলি ভাবি আছিলোঁ, এনেতে আপুনি--'

নিশাই টপকৈ মাত লগালে— 'মোক আপুনি বোলাতকৈ 'তুমি' বুলিলেহে বেছি ভাল পাম।'

'বাৰু, বাৰু। .... কাইলৈৰ পৰা মই আকৌ কেইদিনমান ইয়াত নেথাকিমেই। সাংবাদিক সন্মিলন এখনত যোগ দিবৰ বাবে কলিকতালৈ যাম। গতিকে এই সপ্তাহত মোক আৰু লগেই নোপোৱা।'

'ঠিক আছে, মই তেন্তে কেইদিনমানৰ পিচত অহিম। কিন্তু মই আহিবই লাগিব। মোৰ ঘটনাটো কাগজত ওলাবই লাগিব।'

'ঠিক আছে, আগতে মই ঘটনাটো শুনি লম; তাৰ পিচত কি কৰিব পাৰোঁ চাম।'

নিশা গ'লগৈ। নিশাৰ আগত কোৱামতেই পিচদিনা দুজনমান সতীৰ্থৰ লগত সুমন্তই কলিকতালৈ যাত্রা কৰিলে। পাঁচদিনৰ মূৰত তাৰ পৰা ঘূৰি আহি কামত যোগদান কৰাৰ পিচত তেওঁ আকৌ আগৰ দৰে ব্যস্ত হৈ পৰিল। সেই ব্যস্ততাৰ মাজত নিশাৰ কথা একেবাৰে পাহৰিযেই গৈছিল, কিন্তু কৈ যোবামতে নিশা আকৌ ওলালহি।

নিশাই বৰ্ণনা কৰামতে ঘটনাটো এনেকুৱা ঃ গোলাঘাট টাউনৰ মাজতে নিশাহঁতৰ ঘৰ। দেউতাক ওচৰৰে চাহ বাগিচা এখনৰ ডাক্তৰ। ল'ৰা-ছোৱালী বুলিবলৈ দেউতাকৰ সংসাৰত সিহঁত তিনিজনীযেই ছোৱালী ° উৰ্মিলা, প্ৰভা আৰু তাই।

পুৰণি সংস্কাৰ মানি চলা কাৰণেই মাক-দেউতাকে উৰ্মিলা আৰু প্ৰভাক বহুদিন ঘৰত বহুবাই নেৰাখিলে। উৰ্মিলাই মেট্ৰিক পাছ কৰাৰ পিচত আৰু প্ৰভাই হাযাৰ ছেকেণ্ডাৰী পাছ কৰাৰ পিছতে তিনি বছৰৰ অগা পিচাকৈ যোজনীকে বিযা দি দিলে। কিন্তু তাইৰ ক্ষেত্ৰত মাক দেউতাকে সেই নিযম প্ৰযোগ কৰিব নোবাৰিলে। তাইৰ ক্ষেত্ৰত তেওঁলোক থমকি ৰ'বলগীয়া হ'ল।

তাৰ ঘাই কাৰণ নিশা সৰুৰে পৰাই বাকী দুজনী ছোৱালীৰ তুলনাত কিছু ব্যতিক্ৰম আছিল। বহুক্ষেত্ৰত তাই নিজৰ মতত স্বাধীনচিতীযাকৈ চলিবলৈ বিচাৰিছিল। তাইৰ সাহসটোও আছিল বাকী দুজনীতকৈ বেছি।

হাযাৰ ছেকেণ্ডাৰী পৰীক্ষা পাছ কৰাৰ পিছত মাক-দেউতাকে যেতিযা তলে তলে তাইৰ বাবে দৰা বিচাৰিবলৈ ধৰিলে কথাটো গম পায়ে তাই মাকক ক'লে, 'মই সন্মতি নিদিযালৈকে তহঁতে মোৰ বিযাৰ কথা চিন্তা নকৰিবি মা। মোক নোসোধাকৈ ল'ৰাও নেচাবি।'

কথা দুষাৰে মাক-দেউতাকৰ মনত গভীৰ বিস্ময আৰু অসন্তুষ্টিৰ সৃষ্টি কৰিলেও মুখ ফুটাই তেওঁলোকে একো ক'ব নোৱাৰিলে। কাৰণ তেওঁলোকে জানে, তাই যিটো ভাবিব, যিটো কৰিব বুলি ক'ব সেইটো কৰিবই, কোনেও তাইক বাধা দিব নোৱাৰে। সেইবুলি তাই যে বৰ উতনুৱা ছোৱালী সেইটোও নহয, স্বাধীনচিতীযাকৈ চলিব খোজাটোৱেই তাইৰ স্বভাৱৰ ডাঙৰ দোষ।

পৰীক্ষাত তাই কোনোদিনেই বেযা ৰিজাল্ট কৰি পোৱা নাছিল। মেট্ৰিকো ভাল ধৰণেই পাছ কৰিছিল। সাতটা নম্বৰৰ কাৰণে ষ্টেণ্ড কৰিব নোৱাৰিলে। সেইদৰে হায়াৰ ছেকেণ্ডাৰীতো। কলেজত ভৰি দিযাৰ পিচৰ পৰাই তাইৰ মাজত কিছুমান প্ৰতিভাৰ স্ফুৰণ ঘটিছিল। অভিনয আৰু আবৃত্তি— এই দুয়োটাতে

তাই অভাৱনীয় পাৰদৰ্শিতা প্ৰদৰ্শন কৰিব পাৰিছিল।

সেইবাৰ তাই বি-এ পৰীক্ষা দি উঠিছে। গোলাঘাট টাউনত এখন বিৰাট সাংস্কৃতিক সমাৰোহৰ আয়োজন। স্থানীয় কেইবাগৰাকীও ছাত্ৰ-ছাত্ৰীয়ে তাইক সাংস্কৃতিক সন্মিলনত সক্ৰিয় অংশ ল'বলৈ অনুৰোধ কৰিলে। তাই সন্মত হ'ল।

স্থানীয় বিধায়ক তথা মন্ত্ৰীগৰাকীয়ে অনিবাৰ্য কাৰণত সাংস্কৃতিক সন্মিলনৰ কাৰ্য্যসূচীত যোগ দিব নোৱাৰে বুলি জনোৱাত সাংস্কৃতিক বিভাগৰ মন্ত্ৰী দীনবন্ধু খাটনিয়াৰে উদ্বোধনী অনুষ্ঠান মুকলি কৰাৰ উপৰিও আন কেইবাটাও অনুষ্ঠানত যোগ দিবলগীয়া হ'ল।

মন্ত্ৰী খাটনিয়াৰে বিয়া কৰাইছে যদিও ডেকা মানুহ। মানুহজন দেখাতো বেছ শুৱনি। কিন্তু বৰ গহীন। ভেমত ওফন্দি থকা যেন লাগে। কিন্তু যিয়ে তেওঁৰ লগত এবাৰ কথা পাতে সিয়ে গম পাব— মানুহজনৰ সেইটো বাহ্যিক ৰূপহে, ভিতৰৰ ৰূপটো সম্পূৰ্ণ বেলেগ। বৰ উদাৰ আৰু মৰমিয়াল মানুহ। আচলতে তেওঁহে সেইটো সমষ্টিৰ বিধায়ক হ'ব লাগিছিল।

এটা এটাকৈ কেবাটাও কাৰ্যসূচী নিয়াৰিকৈ ৰূপায়িত হোৱাৰ পিচত সাংস্কৃতিক সন্ধিয়া মুকলি কৰাৰ সময় আহিল। মন্ত্ৰী খাটনিয়াৰে তাতো আগভাগ ল'বলগীয়া হ'ল। সম্পূৰ্ণ অসমীয়া সাজ-পাৰ পিন্ধি মন্ত্ৰীক স্বাগতম জনাই ফুলৰ মালা আৰু গামোচাৰে আদৰণি জনোৱালৈকে প্ৰায়বোৰ কামতে যিজনী ছোৱালীয়ে নিসংকোচে সক্ৰিয় ভূমিকা পালন কৰিছিল সেইজনী ছোৱালীয়েই আছিল নিশা। নিশাৰ ওপৰত যে মন্ত্ৰী মহোদয়ৰ চকু পৰিছিল সেইটো অৱশ্যে তেতিয়া কোনেও গম পোৱা নাছিল।

সাংস্কৃতিক সন্ধিয়াত নিশাই পৰিবেশন কৰা আবৃত্তিৰ অনুষ্ঠানো মন্ত্ৰীয়ে বৰ মনোযোগেৰে উপভোগ কৰিছিল। 'জোনালী বাইদেউ' নামৰ একাংকিকাখনত জোনালীৰ চৰিত্ৰ ৰূপায়িত কৰা নিশাৰ প্ৰশংসনীয় অভিনয়েও মন্ত্ৰীক বিশেষভাবে আকৃষ্ট কৰিছিল। সেয়েহে কোনোবা এটা সময়ত ব্যক্তিগত সচিবজনক কোনেও গম নোপোৱাকৈ তেওঁ ফুচ্‌ফুচাই কৈছিল—, 'এই ছোৱালীজনীক মোক কাষ চপাই দিব নোৱাৰেনে? বৰ ভাল লাগিছে।'

কথাটোৰ অৰ্থ সচিবজনে বৰ সহজেই বুজি পালে। কিন্তু কামটো জানো তেওঁ ইমান সহজে কৰিব পাৰিব? কিয় নোৱাৰিব, তেওঁতো সেই বিষয়ত একেবাৰে অপৈণত বুদ্ধিৰ মানুহ নহয়। গতিকে সুবিধা বুজি তেওঁ এবাৰ চৌ-ঘৰলৈ সোমাই গৈ নিশাক সন্তৰ্পনে লগ ধৰি ক'লে, 'তোমাৰ আবৃত্তি আৰু

অভিনয় দেখি মন্ত্ৰী মহোদয় বৰ মুগ্ধ হৈছে। তেখেতে তোমাক এবাৰ লগ পাব খুজিছে।'

তাই ভাবিলে, মন্ত্ৰীৰ দৰে এজন মানুহৰ মনোযোগ আকৰ্ষণ কৰিব পৰাটো বৰ ডাঙৰ কথা। তাইৰ মনটো ভাল লাগি গ'ল। সুধিলে— 'কিন্তু মোক লগ ধৰিবলৈ তেখেতৰ জানো সময় হ'ব?''

তাৰ ব্যৱস্থাও অৱশ্যে সচিবজনেই কৰি দিলে। ৰাইজ আৰু উদ্যোক্তাসকলৰ পৰা বিদায় লৈ মন্ত্ৰী গাড়ীত উঠাৰ আগে আগে সচিবজনে নিশাক মন্ত্ৰীৰ ওচৰত হাজিৰ কৰাই দিলে। মন্ত্ৰীয়ে নিজৰ মানুহক সোধাদি সুধিলে— 'তুমি পঢ়ি আছা নহয়? কি পঢ়িছা?'

তাই উত্তৰ দিয়াত মন্ত্ৰীয়ে ক'লে, 'তোমাৰ দৰে এটা প্ৰতিভা ইয়াত এনেকৈ পৰি থকাটো মই ভাল পোৱা নাই। মই যদি তোমাক এটা চান্স দিওঁ তুমি ল'বানে?'

'মানে কিবা চাকৰি বাকৰিৰ কথা কৈছে নেকি? কিন্তু মোৰ দেখোন ৰিজাল্টেই ওলোৱা নাই।

'ৰিজাল্টৰ লগত কি কথা আছে? ৰিজাল্টতো তোমাৰ ভালেই হ'ব। বাৰু মোক সোনকালে এবাৰ লগ ধৰিবাচোন।'

দিছপুৰলৈ গৈ মন্ত্ৰীক ক'ত কেনেকৈ লগ ধৰিব, কাৰ লগত যাব ইত্যাদি কথা ভাবি থাকোতেই এদিন মন্ত্ৰীৰ সচিবজন সিহঁতৰ ঘৰ ওলালগৈ। তাইক ক'লে, 'আমাৰ মন্ত্ৰী মহোদয় কিবা চৰকাৰী কামত আহি ইযাৰ চাৰ্কিট হাউছতে ৰেষ্ট লৈছে। বেছি সময় নেথাকে। তুমি যদি লগ ধৰা এবাৰ মোৰ লগতে যাব পাৰা। মই জনাত তেখেতে তোমাৰ বাবে কিবা এটা কৰিছেও।'

দেউতাক ঘৰত নাছিলেই। মাকৰ পৰাই অনুমতিটো লৈ তাই সাজি-কাচি সচিবৰ লগতে আবৰ্ত ভৱন পালেগৈ। মাকে দঢ়াই দঢ়াই কৈ পঠাইছিল— 'তই তাত দেৰি নকৰিবি। মন্ত্ৰীক লগ ধৰি সোনকালে গুচি আহিবি।'

আবৰ্ত ভৱনত মন্ত্ৰী খাটনিয়াৰে অকলেই তাইৰ বাবে অপেক্ষা কৰি আছিল। তাই কোঠালীত সোমোৱাৰ লগে লগে মন্ত্ৰীয়ে স্নেহ-বিগলিত কণ্ঠে ক'লে, 'মই আকৌ তুমি নাহিবা বুলিহে ভাবিছিলোঁ। কাৰণ ছোৱালীবোৰে আমাৰ নিচিনা মানুহলৈ বৰ ভয় কৰে নহয়। যেন মন্ত্ৰীবোৰ এই পৃথিবীৰ মানুহ নহয়েই। বাৰু, বাৰু বহা। তোমাৰ লগত এটা বিশেষ কথা আছে।'

কোনো সংকোচ নকৰাকৈ তাই মন্ত্ৰীৰ সমুখৰ চকী এখনতে বহিল।

মন্ত্ৰীয়ে তাইৰ মূৰৰ পৰা ভৰিলৈকে গোটেই গাটো এবাৰ ভালদৰে নিৰীক্ষণ কৰিলে। তাৰ পিচত নিতান্ত আপোন ভাবত ক'লে, 'মই তোমাৰ বাবে আমাৰ কালছাৰেল এফেয়াৰ্ছতে এটা কামৰ সুবিধা কৰিছোঁ। অভিনয় আদি কৰিব লাগিব। মোৰ দৃঢ় বিশ্বাস, তোমাৰ দৰে প্ৰতিভাশালী শিল্পী আমাৰ সেই বিভাগত থাকিলে বিভাগটোৰ বহুত উন্নতি হ'ব। পিচে এটা কথা, তুমি আজিয়েই মোৰ লগত যাব লাগিব। পাৰিবানে?'

তাই উত্তৰ দিলে -- 'সেইটো কেনেকৈ হ'ব ছাৰ? দেউতা ঘৰত নাই, মাই মোক কেতিয়াও ইমান দূৰ বাট অকলে নপঠিযাব। তদপৰি—'

মন্ত্ৰীয়ে হাঁহি এটা মাৰি ক'লে, 'তুমি কিবা গাঁৱলীয়া আঁকৰী ছোৱালীৰ দৰে কথা কৈছা নিশা। মই থকাত তোমাৰ চিন্তা কিহৰ?' 'হ'লেও ইমান দূৰলৈ যোৱাৰ কথা যেতিয়া মই মাৰ সন্মতি লৈহে যাব পাৰিম।গতিকে মই এতিয়াই ঘৰৰ পৰা আহোঁগে।'

'ন' ন'। তুমি এতিয়া কেনেকৈ ঘৰলৈ যাবা? মই যে আধাঘণ্টাৰ ভিতৰতে ইয়াৰ পৰা যামগৈ। তুমি ঘৰলৈ গ'লে কমেও এঘণ্টা দেৰি হৈ যাব। গতিকে এটা কাম কৰোঁ। ড্ৰাইভাৰটোৰ লগত মোৰ পি-এ জনক তোমালোকৰ ঘৰলৈ পঠিয়াই দিওঁ। তেওঁ মাৰাৰ আগত সকলো কথা ক'ব আৰু তোমাৰ দৰ্কাৰী কানি কাপোৰখিনি আৰু অন্যান্য লাগতিয়াল বস্তু কেইপদ লৈ আহিব।'

ব্যৱস্থাটো সমূলি ভাল নোপোৱাত তাই উপৰ্যুপৰি আপত্তি কৰিছিল, কিন্তু মন্ত্ৰীয়ে তাইৰ কথা নুশুনিলে। নানান কথাৰে তাইৰ মনৰ সন্দেহ, শংকা দূৰ কৰি তেওঁ তাইক সচিবজন ঘূৰি নহালৈকে কোঠাৰ ভিতৰত আবদ্ধ কৰি ৰাখিলে। তেওঁৰ বডীগাৰ্ডজন তেতিয়া কোঠাৰ বাহিৰত আছিল।

সকলো ব্যৱস্থা হৈ যোৱাৰ পিচত মন্ত্ৰীৰ গাড়ী গুৱাহাটী অভিমুখে যাত্ৰা কৰিলে। পিচে গোলাঘাট এৰোতেই তিনি বাজি গৈছিল সেইদেখি দিছপুৰ পাওঁতে নিশা প্ৰায় দহ বাজিছিল।

মন্ত্ৰীৰ কথা-কাণ্ডবোৰত নিশাৰ মন সন্দেহ, ভয় আৰু আশংকাত মাজে মাজে কঁপি উঠিছিল যদিও তাই একো কৰিব পৰা নাছিল। গুবাহাটীত তাই ক'ত থাকিব, মন্ত্ৰীয়ে ক'ত ৰখোৱাৰ ব্যৱস্থা কৰিব সেইবোৰ একো জানিব নোৱাৰি তাই ভিতৰি ভিতৰি ভীষণ অস্থিৰ হৈ পৰিছিল।

দিছপুৰৰ মন্ত্ৰীৰ চৰকাৰী বাসভৱনত উপস্থিত হৈ তাই যিটো পৰিবেশৰ সন্মুখীন হ'ল তাৰ লগত তাইৰ কল্পনাৰ পৰিবেশটোৰ কোনো মিল নাছিল।

মন্ত্ৰীৰ পৰিবাৰ যে ঘৰত নাই সেইটো তাই সেই মুহূৰ্ততহে গম পালে, তাৰ আগতে মন্ত্ৰীযেও কোৱা নাছিল, তাযো একো সোধা নাছিল।

তাই পিচতহে জানিলে, মন্ত্ৰীৰ পৰিবাৰ প্ৰায়ে দিল্লীলৈ গৈ থাকে। তেওঁলোকৰ ল'ৰা দুটা তাৰ এটা ডাঙৰ হোষ্টেলত থাকি পঢ়ে নহয, মাহেকে পযেকে মাকক দেখি নেথাকিলে সিহঁতে ভীষণ বেযা পায। এইবাৰ অৱশ্যে তেওঁ এদিন বা দুদিন থাকিযেই ওচি আহিব।

মাইকী মানুহ নথকা ঘৰখনত প্ৰবেশ কৰোতে তাইৰ এটা অন্ধকাৰ গুহাত প্ৰবেশ কৰা যেন লাগিছিল – গুহাৰ ভিতৰত বা কি লুকাই আছে কোনে জানে? মন্ত্ৰীৰ পৰিবাৰ নথকাটোৱেই তাইৰ বাবে দাৰুণ সংকটৰ কথা হৈ পৰিল।

অবশ্যে মন্ত্ৰীযে তাইক খুব মৰম কৰিছিল। চিন্তা নকৰিবলৈ বাৰে বাৰে বুজাইছিল।

গভীৰ যন্ত্ৰণাদাযক এটা অৱস্থাৰ মাজেদি এটা নিশা পাৰ হৈ গ'ল। নিশাৰ বাবে সেইটোৱেই তাইৰ জীৱনৰ আটাইতকৈ বেদনাদাযক স্মৰণীযা নিশা। অনেক কাকুতি-মিনতি কৰিও, অনুৰোধ কৰিও যেতিযা তাইৰ সযত্ন-ৰক্ষিত, অনাঘ্ৰাত কৌমাৰ্য অক্ষত ৰাখিব নোৱাৰিলে তেতিযা তাই ভাবিলে— সম্পূৰ্ণ অবাঞ্ছিতভাৱে তাই যি হেৰুবালে তাক আৰু কেতিযাও ঘূৰাই নেপায। যিটো বস্তু এবাৰ হেৰুওৱাৰ পিচত ঘূৰাই পোৱা নাযায, অতি মূল্যবান হ'লেও তাৰ বাবে অযথা দুখ কৰি মনোকষ্ট ভোগাৰ কোনো অৰ্থ নাই।

গতিকে তাই দৃঢ় হ'ল। মনোবল হেৰাই যাবলৈ নিদি মন্ত্ৰীৰ পৰা কেনেকৈ সুবিধা আদায কৰিব পাৰিব তাৰ প্ৰতি তাই সচেষ্ট হ'ল। মন্ত্ৰীৰ ঘৰত অতিবাহিত কৰা দ্বিতীয নিশাটোতে তাই মন্ত্ৰীক ক'লে, 'আপোনাৰ উদ্দেশ্য নিশ্চয পূৰণ হ'ল, এইবাৰ মোৰ কথা চিন্তা কৰক।'

আচৰিত কথা, কথাকিটা কওঁতে তাই যিমান কঠোৰ হ'ব লাগিছিল সিমান কঠোৰ হ'ব নোৱাৰিলে। কথাৰ সুৰত যিমান ঘৃণা বিচ্ছুৰিত হ'ব লাগিছিল সিমান ঘৃণা যেন বিচ্ছুৰিত নহ'ল। তথাপি তাইৰ মনৰ বিৰূপ অৱস্থাটো যেন মন্ত্ৰীযে উপলব্ধি কৰিব পাৰিছিল। তেওঁ ক'লে, 'ডিৰেক্টৰ অব কালছাৰেল এফেয়াৰ্ছক মই কাইলৈ এটা এপইণ্টমেণ্ট দিছোঁ। তেওঁৰ লগত কথা পাতি লওঁ। মুঠতে তোমাৰ ভৱিষ্যৎ যাতে উজ্জ্বল হয় তাৰ চেষ্টাৰ মই কোনো ত্ৰুটী নকৰোঁ।'

তাইৰ মনৰ ক্ষোভ-বেদনা বহুখিনি পাতলি যোৱা যেন লাগিছিল। তৃতীয় দিনা মন্ত্ৰীয়ে তাইক এটা নতুন সংবাদ দিলে 'তোমাৰ বাইদেৱেৰা আজি আহি পোৱাৰ কথা আছিল নহয়, কিন্তু ইতিমধ্যে তেওঁ দিল্লীৰ পৰা ট্ৰাংক্‌কল কৰিছে তেওঁ বোলে আৰু দুদিন পিচতহে আহিব।'

গতিকে সেই দুটা নিশাও তাই মন্ত্ৰীৰ শয্যাসঙ্গিনী হ'বলগীয়া হ'ল দুদিনৰ পিচত মন্ত্ৰীৰ পৰিবাৰ যিদিনা আহি পোৱাৰ কথা সেইদিনা মন্ত্ৰীয়ে তাইক আকৌ এটা নতুন খবৰ দিলে— 'মই কালছাৰেল এফেয়াৰ্ছৰ ডিৰেক্টৰৰ লগত কথা পাতিলোঁ। তোমাৰ কাম হৈ যাব; কিন্তু কিছু পলম হ'ব। ধৰি লোবা এমাহ বা ডেৰমাহ। গতিকে তুমি এটা কাম কৰা। তুমি আজিয়েই গোলাঘাটলৈ গুচি যোৱাগৈ। ট্ৰেন্সপ'ৰ্টত যোৱাই ভাল হ'ব। চাকৰিটো হোৱাৰ লগে লগে মই তোমাক খবৰ দিম, তুমি আহি যাবা।' এইবুলি পাঁচখন এশটকীয়া নোট মন্ত্ৰীয়ে তাইৰ হাতত তুলিযেই দিলে।

তাই দেখিলে, মন্ত্ৰীয়ে কথা লৰোৱা নাই যেতিয়া আগলৈকো নলৰায় চাকৰিটো তাইক দিবই। সেই আশাকে বুকুত লৈ তাই গোলাঘাটলৈ ঘূৰি গ'ল ঘৰত যদিও তাই এটা অভাৱনীয় পৰিস্থিতিৰ সন্মুখীন হৈছিল তথাপি তাই কথাবোৰ বেলেগ ধৰণে বুজাই দিয়াত মাক-দেউতাকৰ খং বহুখিনি জামৰিল

তাই আশা কৰামতেই আৰু মন্ত্ৰীয়ে কথা দিয়ামতেই ঠিক এমাহৰ পিচত মন্ত্ৰীৰ পৰা তাইলৈ এটা জৰুৰী বাৰ্তা গ'ল— তাই তৎক্ষণাৎ দিছপুৰলৈ আহিব লাগে।

তাই অলপ দোধোৰ-মোধোৰত পৰিল— দুদিন কি তিনিদিনৰ পিছত তাইৰ পৰীক্ষাৰ ৰিজাল্ট দিয়াৰ কথা। ৰিজাল্টটো একেবাৰে লৈ যাব নেকি? কিন্তু ৰিজাল্টটোতো তাই দিছপুৰতো পাব!

গতিকে তাই বিলম্ব নকৰিলে। মাকৰ হকা-বধাও নেমানি পিচদিনা ৰাতিপুৱাৰ বাছত গুৱাহাটীলৈ যাত্ৰা কৰিলে।

এইবাৰ মন্ত্ৰীৰ মুখত নতুন হাঁহি। তাইক দেখিয়েই ক'লে, 'তোমাৰ চাকৰি হৈ আছে। কাইলৈকে তুমি কামত জইন কৰিব পাৰিবা। আৰু শুনিবা নেকি? তোমাৰ কাৰণে মই সৰু ঘৰ এটাও ঠিক কৰাই থৈছোঁ। বস্তু কিছুমান কিনিব লাগিব নহয়! কি কি লাগিব মোক ক'বা, মই কিনাই দিম।'

কামত যোগদান কৰাৰ পৰা ঘৰটো লোৱালৈকে সকলো কাম যাতে তাই নিয়াৰিকৈ কৰিব পাৰে তাৰ কাৰণে মন্ত্ৰীয়ে হাতৰে ল'ৰা এটা তাইক গতাই

দিলে। ল'ৰাটো কিছু শিক্ষিত, চাকৰিৰ আশাত মন্ত্রীৰ ঘৰত গেবাৰি খাটি আছে।

কামত জইন কৰিবৰ দিনাই তাই গম পালে— তাইৰ চাকৰিটো বৰ্তমান অস্থায়ী। অৱশ্যে প্রথম মাহৰ পৰাই দুহেজাৰকৈ দৰমহা পাব। এতিয়া তাইৰ তেনেকৈ কামো নাই, এনেয়ে অফিচলৈ অহা-যোৱা কৰি থাকিলেই হ'ল।

মন্ত্রীৰ আচল চালাকীটো তাই পিচে কিছু পলমকৈহে বুজিলে। এদিন গধূলি গাড়ী এখন পঠিয়াই দি মন্ত্রীয়ে তাইক বাসভৱনলৈ মতাই নিলে। মন্ত্রীয়ে তাইক ক'লে, 'বাইদেৱেৰা আজি আকৌ দিল্লীলৈ গ'ল। তুমিতো জানাই তেওঁ মাহেকে-পষেকে গৈয়ে থাকে। গতিকে এইবাৰৰ পৰা তুমি এটা কাম কৰিবা; বাইদেৱেৰা নথকা কেইদিন তুমি মোৰ ইয়াতে থাকিবাহি। মই খবৰ দিলেই আহিবা।'

সকলোখিনিতো তাই আগতেই হেৰুৱালে। আৰু হেৰুৱাবলৈ কিটো আছে? এতিয়া মন্ত্রীক সন্তুষ্ট ৰখাটোৱেই মঙ্গলৰ কথা হ'ব। তাই মৌন হৈ থাকিল। দুদিনৰ পিচত তাই আকৌ নিজৰ ঘৰলৈ উলটি গ'ল। মন্ত্রীয়ে সেইবাৰ তাইক এটা খুব ভাল বস্তু উপহাৰ দিলে। দুতোলা সোণৰ এধাৰ ধুনীয়া নেকলেছ।

তাৰ পিচত কেবাটাও মাহ বাগৰি গ'ল। এদিন তাই গম পালে তাইৰ গৰ্ভত মন্ত্রীৰ ঔৰষজাত সন্তানৰ অংকুৰ। তাই ভীষণ শংকিত হৈ উঠিল। চকুৰ আগত সকলো ধুঁৱলী-কুঁৱলী দেখিলে। এতিয়া তাইৰ একমাত্র ত্রাণকর্তা মন্ত্রীয়েই।

পলম নকৰি কথাটো তাই মন্ত্রীক জনাই দিলে। পিচে মন্ত্রীয়ে যিমান ভয় খাব বুলি তাই ভাবিছিল সিমান ভয় তেওঁ নেখালে। বৰং তেওঁ ক'লে, 'সেইটোনো কি ডাঙৰ কথা হ'ল? কেইটামান টকা যাব আৰু।'

কিন্তু তাই কথাটো সিমান সহজে মানি ল'ব নোৱাৰিলে। তাই প্রতিবাদ কৰিলে। মন্ত্রীয়ে ক'লে, 'মোৰ কথা নুশুনিলে তোমাৰেই বিপদ হ'ব। টকা মই দিম, কামটো সোনকালে কৰাই পেলোৱা।'

অগত্যা তাই মন্ত্রীৰ কথাতে মান্তি হ'ল। লগতে তাই ঠিক কৰিলে ভৱিষ্যতে যাতে আৰু তেনে পাপৰ বোজা বহন কৰিবলগীয়া নহয় তাৰ বাবে তাই এতিয়াৰ পৰাই সাৱধান হ'ব। সেই সংকল্পকে লৈ তাই কিছুদিন কটাই দিলে। সেই সময়ছোৱাৰ ভিতৰত মন্ত্রীয়ে তাইক নিবলৈ কেবাদিনো গাড়ী পঠিয়াই দিছিল কিন্তু তাই এদিনো নগ'ল। এদিন পিচে তাইৰ মতিভ্রম হ'ল।

মাকৰ টান অসুখ বুলি খবৰ পাই ঘৰলৈ যাবলৈ টকাৰ অসুবিধা হোৱাত বাধ্য হৈ তাই মন্ত্ৰীৰ ঘৰলৈ যাবলগীয়া হ'ল।

মন্ত্ৰীৰ খং উঠি আছিল। কেইবাদিনো গাড়ী পঠিয়াই দিও তেওঁ তাইক আনিব পৰা নাই, এতিয়া বিপদত পৰি দৌৰি আহিছে। তাকো পৰিবাৰ ঘৰত থকা অৱস্থাত। খঙতে তেওঁ তাইক ঢেৰ কিবাকিবি কৈ দিলে। নিৰাশ হৈ ক্ষুব্ধ মন এটা লৈ যেতিয়া তাই উলটি যাবলৈ ওলাল তেতিয়া অৱশ্যে মন্ত্ৰীৰ খং পাতলিল। পৰিবাৰে গম নোপোৱাকৈ তাইৰ হাতত টকা এহেজাৰ তুলি দি ক'লে, 'ৰাতি আঠ বজাত মই গাড়ী পঠাই দিম; তুমি আহিবা। আহিবানে নাহা?'

তাই আওপকীয়াকৈ উত্তৰ দিলে—

'কিন্তু বাইদেউ দেখোন ঘৰত আছে?'

'তেওঁ যাতে একো গম নেপায় মই তাৰ ব্যৱস্থা কৰিম। দৰকাৰ হ'লে আজি ৰাতি মই ঘৰত নেথাকিবও পাৰোঁ।'

'ক্ষমা কৰিব ছাৰ, মই আৰু সেই পথত ভৰি নিদিওঁ।'

'তোমাক মই অকল সেই কাৰণেই মতা নাই, আৰু কথা আছে।'

তাই একো নেমাতিলে। কিন্তু তাই যি ভাবিছিল সেইমতেই কাম কৰিলে। ৰাতি আঠ বজাত মন্ত্ৰীয়ে গাড়ী পঠাই দিয়া সত্ত্বেও তাই নগ'ল। ড্ৰাইভাৰক কৈ পঠালে— 'ছাৰক ক'বা, কাইলৈ মই ঘৰলৈ যাম।'

পিচদিনা সঁচাকৈয়ে তাই ঘৰলৈ গ'ল। মাকৰ অসুখ টানেই হৈছিল। দুসপ্তাহৰো বেছিদিন বিছনাত পৰি আছে। মাজতে দুদিনমান খোৱা-বোৱা, মাত-বোল একেবাৰে বন্ধ হৈ গৈছিল; এতিয়া বহুত ভাল। দেউতাক নিজেই ডাক্তৰ যদিও বেলেগ ডাক্তৰো লগোৱা হৈছে।

চাৰিটা ৰাতি ঘৰত কটাই তাই গুৱাহাটীলৈ উভতিল। কিন্তু পিচদিনা অফিচলৈ গৈ তাই গম পালে তাইৰ চাকৰিটো নাই। কিহৰ পৰা কি হ'ল তাই বুজিলে। মন্ত্ৰীৰ ওপৰত ক্ষুব্ধ হ'লেও তাই তেওঁক একো কৰিব নোৱাৰে। তথাপি মন্ত্ৰীক এবাৰ দেখা কৰিব নেকি তাই ভাবিছিল। শেহত ঠিক কৰিলে তেওঁৰ ওচৰলৈ নোযোৱাই ভাল হ'ব। কোনো লাভ নহ'ব।

অতি প্ৰয়োজনীয় কেইপদমান বস্তুৰ বাহিৰে বাকী মন্ত্ৰীয়ে দিয়া সকলো বস্তু পেলাই থৈ তাই ঘৰলৈ গুচি গ'ল। সেয়া আজি তিনি মাহৰ আগৰ কথা।

কিন্তু ঘৰলৈ গৈয়ো তাই অকণো শান্তিৰে থাকিব নোৱাৰিলে। তাইৰ

জীৱনৰ গতিপথ হঠাতে সলনি কৰি দিয়া, তাইৰ ভৱিষ্যতৰ কথা চিন্তা নকৰি গোটেই জীৱন তাইক ভোগৰ সামগ্ৰী কৰি ৰাখিম বুলি ভবা সেই স্বাৰ্থপৰ, লম্পট মানুহজনৰ প্ৰকৃত স্বৰূপ ৰাইজৰ আগত উদঙাই দিব নোৱাৰিলে তাই যেন ক'তো শান্তি নেপায়।

নিশাই সুমন্তক ক'লে, 'আপুনিয়েই কওকচোন সেইবোৰ মানুহেই যদি চিৰদিন দেশ শাসন কৰি থাকে তেনেহ'লে দেশ বা সমাজৰ মঙ্গল হ'ব কেতিয়া? মোৰ জীৱনৰ এই ঘটনাটো এটা উদাহৰণহে, তেনেকুৱা লম্পটৰ হাতত পৰি আৰু কিমান ছোৱালীৰ জীৱন যে ধ্বংস হৈ গৈছে কোনে জানে? গতিকে মোৰ ঘটনাটো আপুনি কাগজত প্ৰকাশ কৰিবই লাগিব।'

প্ৰকাশ যে কৰা উচিত সেইটো সুমন্তয়ো উপলব্ধি কৰিছে। কিন্তু উপলব্ধি কৰা আৰু তাক কাৰ্যত ৰূপ দিয়া একে কথা নহয়। কাগজখনৰ প্ৰতি তেওঁৰ এটা দায়িত্বও আছে। সেই কেলেংকাৰী কাগজত ওলাই যোৱাৰ পিচত মন্ত্ৰীৰ ফালৰ পৰা কাগজখনৰ ওপৰত কি ব্যৱস্থা ল'ব পাৰে সেইটোও ভাবি চাব লাগিব।

তথাপি নিশাক তেওঁ ক'লে, 'মই তোমাক কথা দিছোঁৱেই মই যিমানখিনি পাৰোঁ তোমাক সহায় কৰিম। ইয়াতকৈ বেছি মই তোমাক আৰু একো ক'ব নোৱাৰোঁ।'

তেনে এটা আশ্বাস পোৱাৰ পিচত নিশা বহি থাকিব নেলাগিছিল; কিন্তু তাই বহিয়েই থাকিল।

## প্ৰফুল্ল চন্দ্ৰ বৰা

# অস্পষ্ট সীমাৰেখা

যোৱা জনতো যায়েই। তেওঁতো কৈ যাবলৈ সময় নাপায়, কিমান যন্ত্ৰণাকাতৰ, কি ভয়াবহ সেই অভিজ্ঞতা! বুকুৰেদি পাৰহৈ যোৱা এটা বা দুটা বন্দুকৰ গুলীত বা চুৰিকাঘাতত তৎমুহূৰ্তেই হোৱা মৃত্যুৰ যন্ত্ৰণা কি ভয়াবহ ! কেৱল মৃত্যু হোৱা জনেইতো সেই অভিজ্ঞতা পাই গ'ল। তেওঁতো আনক তাৰ কথা ক'বলৈ সুযোগ নাপালেই। মূৰৰ কুমত নিচেই ওচৰৰ পৰা যেতিয়া ৰিভলভাৰেৰে গুলীয়াই এজনক ধৰাশায়ী কৰি দিয়া হয়, তেতিয়া কিজানি কেইছেকেণ্ডমানৰ বাবেহে সেই যন্ত্ৰণা অনুভব হয়। মগজুত গুলীটো বিজুলী সঞ্চাৰে সোমাই যোৱাৰ পিছত মানুহজনৰ যন্ত্ৰণা অনুভব কৰাৰ সংবেদন ক'ত থাকিব ? মুহূৰ্তৰ ভিতৰতে সকলো শেষ, যন্ত্ৰণা অনুভব কৰাৰ ক্ষমতা তেওঁৰ ক'ত? একপ্ৰকাৰ এনেকুৱা মৃত্যু বেয়া নহয়।........ কিন্তু গুলীটো মাৰিবলৈ উদ্যত হোৱা আততায়ীৰ হাতত ৰিভলভাৰটো দেখি সেই মুহূৰ্তকেইটাত মানুহজনৰ মানসিক অৱস্থা কেনে হ'ব পাৰে, সেই কথা কোনে ক'ব ? তেওঁ যদি লগে লগেই সংজ্ঞাহীন হৈ যায়, হৃদযন্ত্ৰৰ ক্ৰিয়া তৎমুহূৰ্তেই বন্ধ হৈ যায়, তেতিয়াতো ভালেই, যদিহে কেই ছেকেণ্ডমান বা তাতোকৈ অধিক এক, দুই মিনিটমান আততায়ীয়ে তেওঁক কিবাকিবি ক'বলৈ আৰম্ভ কৰে, সেই মৃত্যুদণ্ডৰ কাৰণ ব্যাখ্যা কৰে বা টনা আজোৰা লাগি গুলীটো ফুটুৱা কাৰ্যৰ বিলম্ব ঘটে, সেই সময়ছোৱাত মানুহজনৰ মনৰ অৱস্থা কি হ'ব পাৰে ? সঁচাই এইবোৰ ভাবিলে আতংকিত হ'বৰ কথাই। আকৌ, গুলী নামাৰি যদি ছুৰীৰে খুচি খুচি হত্যা কৰে, ছুৰীৰ আঘাতটোৰে যদি কলিজা বা হাওঁফাওঁ বা পেট ফালি দিয়ে তেতিয়াতো মানুহজন বহুত সময় ছটফটাই থাকিহে, তেজ গৈ গৈ 'শ্বকড্' হৈ মৰিবগৈ। সেইটোহে বেছি কৰুণ আৰু ভয়াবহ দেই। কেইদিন মানৰ আগতে এখন ইংলিছ চিনেমাত দেখিলো কেইটামান সাংঘাতিক ধৰণৰ হত্যাকাণ্ড। দেখি মোৰ গাৰ নোম শিয়ৰি গ'ল। মূৰ আচন্দ্ৰাই কৰি গ'ল। সেইবোৰ বেছিকৈ চালেও কিন্তু মানুহ 'হাৰ্ট ফেইল' হৈ মৰাৰ ভয় দেই। তাত মানুহক কেৱল গুলী

আৰু ডেগাৰেৰেই হত্যা কৰা নাই, তিলতিলকৈ কতৰকমৰ শাস্তি দি যে মৰা হৈছে................ ইস্ ইস্ নাপায় দেই, সেইবোৰ চাব নাপায়, সেইবোৰ চেঞ্চৰ কৰিব লাগে, প্ৰদৰ্শন কৰা বন্ধ কৰি দিব লাগে দেই।.................

......... আৰু কিচিম কিচিম হত্যাকাণ্ড! ক'ৰবাত ক'ৰবাত নিজৰ সন্তানৰ চকুৰ আগত পিতৃ-মাতৃক হত্যা কৰা হৈছে, আকৌ নিজৰ মাক বাপেকৰ আগতে ল'ৰা-ছোৱালীক মাৰি থৈ গুছি গৈছে, তিৰোতা জনীৰ চকুৰ আগতে গিৰিয়েকক গুলীয়াই পেলাই থৈ গৈছে................. মানে অভাৱনীয় কাণ্ডবোৰ ঘটিবলৈ লৈছে দেই।................. আচ্ছা বাস্তৱত যি ঘটিছে ঘটিছে বাৰু, এইবোৰকে লৈ যে কিছুমান গল্প উপন্যাস লিখা হৈছে, সেইটোও কম মাৰাত্মক কথা নহয়। সেইবোৰ পঢ়িলে মগজটো গৰম হৈ উঠে, 'ব্লাড প্ৰেছাৰ' বাঢ়ি যায়, কিবা এটা অজান আশংকাত বুকুখন কঁপি উঠে, মনটো বহুত সময়লৈ, কেতিয়াবা কেইবাদিনলৈকো 'ডিপ্ৰেছদ্' হৈ থাকে মানে বিষাদৰ ভাৱ এটাই মনটো আৱৰি থাকে ............ এই চব চিনেমা-টিনেমা, গল্প-উপন্যাসে মানুহক পাগল কৰিব দেই। সেই এই চব সহ্য কৰিব নোৱাৰো, কিজানি মোৰ দৰে মানুহ আজিকালি 'মিচফিট' হৈ গৈছো নেকি ? কিবা এটা নিৰাপত্তাহীনতাত দিনে নিশাই অহৰহ ভূগি আছো।............. এইবোৰ ভাবি ভাবি ৰাতি টোপনি নহা হৈছে মানে 'ইনচ'মেনিয়া' হৈ গৈছে।........... শান্তিৰে বহিব নোৱাৰি, কথা এষাৰ পাতিব নোৱাৰি, কেনিও ওলাব নোৱাৰি কেউপিনে সন্ত্ৰাস..............।

ঃ ছাৰ ৰ'বচোন ৰ'ব ছাৰ, আপুনি আমাকো কিছু ক'বলৈ দিয়ক। এই যে আপুনি এই দীঘল বক্তৃতাটো দিলে, ইমান আতংকিত হোৱাৰ কোনো কাৰণ নাই। এইবোৰ অহেতুক চিন্তা। যুগে যুগে শ শ, হেজাৰ হেজাৰ, লাখ লাখ মানুহ তেনেকৈ মৰিয়েই আছে। ভৱিষ্যতলৈকো এইদৰেই মৰিব।— ইন্দ্ৰকান্ত দত্তই ব্ৰজেন্দ্ৰ নাথ শৰ্মাক এক ৰকম টান সুৰতে কথা কেইআষাৰ ক'লে। তলতীয়া কৰ্মচাৰী হলেও আচলতে দত্তৰ লগত শৰ্মাৰ সম্পৰ্ক যথেষ্ট ঘনিষ্ঠ আৰু একপ্ৰকাৰ বন্ধুৰ দৰে, দুয়ো সমবয়স্কও।

ঃ আপুনি বুজা নাই দত্ত। মই ক'ব খুজিছো দুটা কথা।

ঃ কোন দুটা কথা ছাৰ ?

ঃ এজন মানুহ তেনেকৈ মৰিব লগা হ'লে কি আতংক, কি যন্ত্ৰণা আৰু শ্বক হয়, দ্বিতীয়তে সেইজনৰ মৃত্যুত আত্মীয় স্বজনৰ কি গতি হয় আপুনি ভাবি চাওকচোন।

ঃ ছাৰ সেইবোৰ অনৰ্থক চিন্তা। মানুহ মৰাই মাৰিয়েই থাকিব, দুখ কষ্ট ভোগাই ভূগিয়েই থাকিব। ৰক্ষা নাই।

ঃ কেনেকৈ থাকিবহে ইয়াত ? এনেকৈ মানুহে মানুহ মাৰিব পাৰে।

ঃ ছাৰ যাব ক'লৈ ? পৃথিৱী এৰি ক'ত ভৰি দিব ? ক'তো সাৰিবৰ উপায় নাই। যি হ'ব লগা আছে হ'বই। আমাৰ দিন কাল বাৰু যেনেতেনে এইদৰেই যাব আৰু। কিন্তু ছাৰ, আমাৰ ল'ৰা-ছোৱালীবোৰৰ দিন অতি ভয়াবহ হ'ব। মই কেতিয়াবা সেইটোহে ভাৱোঁ।

ঃ দত্ত সেইটো যে আৰু ভয়াবহ কথা। আমাৰ ভৱিষ্যতৰ সতি-সন্ততিৰ যদি এইখন সমাজত নিৰাপত্তা নাথাকে, তেন্তে হ'লে আমি কাৰ ওপৰত কি আশা ভৰসা ৰাখিম?

ঃ মই তাকেইতো কৈছো। আজি আমাৰ নিৰাপত্তা নোহোৱা অৱস্থা, এনেকুৱাও হ'ব পাৰে, আপুনিয়ে ময়ে এইদৰে ইয়াত কথাপাতি থাকোঁতেই কোনোবাই আহি দুয়োকে গুলীৰে বগৰাই পেলাই থৈ গুছি যাব পাৰে। আকৌ ইয়াৰ পৰাই কোনোবাই আমাক 'কিদনেপ' কৰি লৈ যাব পাৰে। আমি ইয়াত থাকোঁতেই— ঈশ্বৰে নকৰক মোৰ বা আপোনাৰ ল'ৰাক কোনোবাই কিবা ঘটনা কৰি দিব পাৰে।

ঃ হয় নেকি ?

ঃ অঁ, সেইবোৰতো হৈয়েই আছে। কিন্তু কোনেও আপোনাৰ দৰে সেইবোৰক লৈ মূৰ ঘমোৱা নাই। প্ৰয়োজনো নাই।

ঃ হেৰি নহয় দত্ত, আপুনিযে এইমাত্ৰ ক'লে আমাৰ ল'ৰাকো কোনোবাই কিবা ঘটনা কৰিব পাৰে, আপুনি কি ভিত্তিত কথাষাৰ কলে বাৰু ? সঁচাকৈয়ে কওকচোন, মোৰ ল'ৰাটোৰ বিষয়ে আপুনি আক কিবা কথা শুনিছে নেকি ?

ইন্দ্ৰ কান্ত দত্তই ডাঙৰকৈ হাঁহি দিলে। ব্ৰজেন্দ্ৰ নাথ শৰ্মা আগতকৈও কিছু অতীষ্ঠ হোৱাটো তেওঁৰ মুখমণ্ডলত প্ৰকাশ পালে। শৰ্মাই কিছু শাসনৰ সুৰত ক'লে—

ঃ তেনেকৈ হাঁহিছে কিয় ? মই যিটো কথা সুধিছো তাৰ উত্তৰ দিয়ক।

ঃ অ' আপোনাৰ ল'ৰাটোৰ সম্পৰ্কে, মানে বিতুলৰ কথা তেওঁৰ আচল নামটো কি আছিল ? ধ্বজেন্দ্ৰ নাথ নহয় জানো ?

ঃ আপুনি তাৰ কথা কিবা শুনিছে নেকি ? এক প্ৰকাৰ শাসনৰ সুৰত

শৰ্মাই ক'লে।

ঃ তেওঁৰ সম্পৰ্কে....... ক'তা ? শুনিবলগীয়া কিবা আছে জানো ?

ঃ আপুনি কথা লুকাইছে। শৰ্মাৰ কথাত কিছু কঠোৰতা প্ৰকাশ পালে।

দত্তও এইবাৰ সামান্যভাৱে অপ্ৰস্তুত হ'ল। তেওঁ ভাবিলে, সম বয়সৰ হলেও ঘনিষ্ঠতা থাকিলেও, শৰ্মা তেওঁৰ 'বছ'। গতিকে তেওঁ কিছু সীমাৰ মাজত থাকি কথা-বতৰা হোৱা উচিত।

ঃ ছাৰ মই চিনচিয়েৰলিহে কৈছো, আপোনাৰ ল'ৰাৰ বিষয়ে কোনো লুকাবলগীয়া কথা শুনা নাই। বিতুল এটা গহীন ভদ্ৰ ল'ৰা। মই জনাত তেওঁক সকলোৱে ভাল পায়। আপোনালোকৰ ঘৰৰ ল'ৰা কি বেয়া হ'ব পাৰে ছাৰ।

শৰ্মাই একো প্ৰত্যুত্তৰ নিদিলে। এটা চিগাৰেট জ্বলাই ঘন ঘনকৈ কেইটামান হোপা মাৰি ধোঁৱাবোৰ মুখেৰে এক বিশেষ ভংগিমাৰে কেউফালে উলিয়াই দিলে।

দত্ত ওচৰৰ পৰা উঠি গ'ল।

শৰ্মাই কিছুসময় তেওঁৰ আসনত আউজি চকু দুটা মুদি থাকিল।

অলপ পিছতে তেওঁ ফাইলৰ দ'মৰ মাজৰ পৰা এটা ফাইল টানি আনি কেইখনমান কাগজত অন্যমনস্ক ভাৱে চকু ফুৰালে।

ক্ষন্তেক পাছতে পিয়ন গজেন্দ্ৰক মাতি সেই দিনাৰ বাতৰি কাকত কেইখন আনিবলৈ ক'লে।

দুখনমান কাকতৰ প্ৰথম পৃষ্ঠাৰ খবৰ ঃ এটা ক্ষত বিক্ষত দেহৰ চাৰিকলম মান জোৰা এখন আলোকচিত্ৰ— বাতৰি কাকতখন মেলি লৈয়েই শৰ্মাই দেখিবলৈ পালে। চিত্ৰৰ লগতে এজন যুবকৰ সন্ত্ৰাসবাদীৰ হাতত নিহত হোৱাৰ কৰুণ কাহিনীৰ ষ্টাফ ৰিপৰ্টাৰৰ সুদীৰ্ঘ প্ৰতিবেদন।

বাতৰিটো পঢ়ি শৰ্মা অস্থিৰ হৈ পৰিল।

তেওঁ পিয়ন গজেন্দ্ৰৰ হতুৱাই তৎক্ষনাত ইন্দ্ৰ দত্তক মতাই অনালে।

কিবা নথি পত্ৰৰ বিষয়ে কথা থাকিব পাৰে বুলি দত্ত শৰ্মাৰ ওচৰত হাজিৰ হ'ল।

টেবুলৰ ওচৰত থিয় হৈ তেওঁ শৰ্মাৰ পৰা কিবা কাম কাজৰ নিৰ্দেশ বা পৰামৰ্শৰ বাবে অপেক্ষা কৰিলে। শৰ্মাৰ চকু তেতিয়াও বাতৰি কাকতখনৰ

ও পৰত।

মূৰ তুলি চাই ক'লে ঃ আপোনালোকে মোৰ কথা বিশ্বাস কৰিবলৈ টান পায়। এয়া চাওক, কি সাংঘাটিক বাতৰি। আপুনি আজিৰ কাগজ চোৱাই নাই হ'বলা ?

দত্তই থিয় হৈ থকাৰ পৰাই শৰ্মাৰ টেবুলত থকা বাতৰিখনৰ ওপৰত চকু ফুৰাই কলেঃ অ' এই বাতৰিটোৰ কথা কৈছে, ৰাতিপুৱাই চালো, এৰা ডেকা ল'ৰাবোৰ এইদৰে মৰিব লগা হ'লে বেয়া লাগে। কি কৰিব আৰু, উপায়তো নাই। মানুহ মৰাই মাৰিয়েই থাকিব।

দত্তৰ নিৰুত্তাপ সঁহাৰি।

শৰ্মাই ক'লে ঃ দত্ত, আপুনি মোক বিশ্বাস নকৰিব পাৰে, চাব মোৰ ল'ৰাকো ইহঁতে শুদাই নেৰে। সি মোৰ একমাত্ৰ সন্তান, কি কৰিব, দিন বেয়া থাকিলে হ'বই। তাৰ আগতে সিহঁতে মোকেই মাৰি পেলালে ভাল হয় বুইছে।

ঃ ছাৰ আপুনি কি কাৰণে এইদৰে চিন্তিত হৈছে, মই হলে একো বুজিব পৰা নাই। আপোনাৰ শান্ত শিষ্ট ইমান ভদ্ৰ ল'ৰাটোক কোনে কি অপকাৰ কৰিব পাৰে। সিনো কাৰ শত্ৰু ? আপুনি মনটো ডাঠ কৰি থাকিবচোন। মই বুজিছো, চাৰিওফালে এই ঘটনাবোৰ নিতৌ ঘটি থকা দেখি আপোনাৰ মনটো বেয়া হৈছে।

শৰ্মাই দত্তক ফুচফুচাই কলে ঃ আপুনি তলে তলে খা-খবৰ ৰাখিবচোন, তাৰ বিষয়ে............ ক'ৰবাত কিবা.......

ঃ মানে আপোনাৰ ল'ৰা বিতুলৰ কথা কৈছে ?

ঃ আৰু কাৰ কথা ক'ম।

ঃ হ'ব বাৰু মই খা-খবৰ কৰিম।

ঃ হেৰি দত্ত, আপুনিতো সন্তানৰ পিতৃ। গতিকে আপুনি অলপ আপোনাৰ ল'ৰাৰ কথাও ভাবি চাব। 'চিকিউৰিটি' নোহোৱা হৈছে দেই।.........

ঃ মই একো চিন্তা কৰা নাই ছাৰ, মোৰ তিনিটা ল'ৰা ক'লৈ যায়, ক'ত খায়, কি পঢ়ে, মই সেইবোৰ লৈ মূৰ নঘমাওঁ। সিহঁতে যি কৰে কৰি থাকক। খাবলৈ পিন্ধিবলৈ দিছো, কিতাপ-পত্ৰ যোগাৰ কৰি দিছো। স্কুল-কলেজত পঢ়িছে, ভাগ্য একোখন লৈ আহিছে, যি হয় হ'ব।

ঃ অৱশ্যে আপোনাৰ ল'ৰাক লৈ চিন্তা নাই, সেইটো মই বুজিছো। কিন্তু

বিপদ হৈছে মোৰহে। মাকজনীৰ তালৈ যিটো মৰম, মানুহজনীয়ে গোটেই দেহাটো তাৰ লগতে বান্ধি থৈছে। চাওক, হঠাৎ যদি কিবা এটা ঘটনা ঘটি যায়, কি হ'ব আপুনি ভাবি চাওক। আৰু এটা কথা কওঁ শুনকচোন...............

ঃ কওক ছাৰ............

ঃ মই যে এইবোৰ আপোনাক কৈছো, আনে জানিব নালাগে দেই, মোৰ আপোনাৰ ওপৰত বিশ্বাস এটা আছেতো।

ঃ মই ছাৰ বুজিছো। মনৰ দুঃচিন্তাৰ কথা আনৰ আগত খুলি ক'বলৈ পালে মনটো কিছু পাতল লাগে। তথাপি মই আপোনাক ক'লো— আপুনি আপোনাৰ ল'ৰাৰ বাবে একেবাৰে নিচিন্ত থাকক। তেওঁক কোনেও একো নকৰে।

শৰ্মাই একো নক'লে। দত্তৰ ভাব হ'ল মানুহজন হয়তো কিছু আশ্বস্ত হৈছে। তেওঁ কোঠাৰ পৰা ওলাই দুখোজমান গৈ আকৌ উভতি আহি ক'লেঃ ছাৰ, কমিশ্যনাৰৰ চিঠিখনৰ উত্তৰটো দিব লাগিছিল।

ঃ অ', পাহৰিয়েই আছিলো, ষ্টেন' কলিতাক পঠাই দিবচোন।..............

...........ইন্দ্ৰকান্ত দত্তৰ টেবুলৰ ওচৰত অফিচৰ তিনি চাৰিজনমান কৰ্মচাৰীয়ে জুম বান্ধিলে।

এজনে ক'লে ঃ আমাৰ হাকিমৰ গণ্ডগোলটো ক'ত ধৰিব পৰা নাই।

আন এজনে ক'লে ঃ এখেতৰো গাত এল অ' চি লম্ভিল নেকি ? দত্তদা চাব আক' শেষত আপুনিহে ফচিবগৈ।

এজনে ক'লে ঃ অলপ ধতুৰা মানুহতো, টকা-পইচাও অলপ কৰিলে, এতিয়া, ভয় খাইছে।

গল্প-চল্প কৰি থকা দ্বিজেন নামৰ এজনে ক'লে ঃ আচলতে তেওঁ এটা বেমাৰত ভূগি আছে। 'মেণ্টেল অৱচেছন'। তেওঁ বৰ 'ডিপ্ৰেছদ'।

কিন্তু ষ্টাফৰ এজন জ্যেষ্ঠ কৰ্মচাৰী নিৰঞ্জন ভট্টই সকলোৰে ওপৰত গহীনাই এষাৰ কথা ক'লে ঃ শৰ্মাৰ 'গিল্টি কনচায়েঞ্চ'ৰ বাবেহে এনে হৈছে। তেওঁ বা আপোনালোকেও নিমাখিত বুলি ভবা তেওঁৰ একমাত্ৰ ল'ৰাটোৱে ক'ৰবাত এনে জঘন্য অপৰাধ কৰি থৈছে, তাৰ বাবে তেওঁৰ ল'ৰাটোক হঠাৎ কোনোবাই ক'ৰবাত কিবা অঘটন ঘটাব সেই ভাবটোৱে 'বচ'ক তিলতিলকৈ খাই মাৰিছে। নহ'লে পাগলেহে তেনেকৈ বকি থাকে।

দত্তই তেনে ধৰণৰ একো মন্তব্য দিয়া নাছিল। কিন্তু তেওঁ বহুত ভাবি-চিন্তি এষাৰ কথা ক'লে ঃ আপোনালোকে কিন্তু এটা কথা ভাবি চাওক, তেখেতো আমাৰেই অফিচাৰ, বচ। মই যি বুজিব পাৰিছো, মানুহজনৰ সাংঘাতিক ধৰণৰ কিবা এটা প্ৰব্লেম হৈছে ল'ৰাটোক লৈ। এটা ল'ৰা। বৰ আতোল তোলত আলসুৱাকৈ ডাঙৰ দীঘল হৈছেতো। তাৰ কিবা দোষ হয়তো শৰ্মাই জানে। সেইখিনি দুৰ্বলতাৰ বাবেই মানুহজন ইমান উদ্বিগ্ন। মই আপোনালোকক এইটোহে ক'ব খুজিছো যে তেখেতক আমি যি পাৰো সহায় কৰিব লাগে যাতে ল'ৰাটোৰ একো অপকাৰ নহয়।

ঃ আপুনি সহায়ৰ কথা কৈছে ? এতিয়া কেনেকৈ নো তেখেতক সহায় কৰিব বাৰু ? তেখেতে যদি ইতিমধ্যেই কিবা গম পাইছে আমাক ক'লেহে হ'ব।

ঃ তথাপি আমি চাব লাগিব; তেখেতৰ ল'ৰাটোৰ যাতে একো অমঙ্গল নঘটে।— দত্তই ক'লে।

নিৰঞ্জন ভট্টই ক'লে ঃ মোৰ কিন্তু এটা ধাৰণা হৈছে, আমাৰ ছাৰক হয়তো কোনোবাই কিবা অপকাৰ কৰিব পাৰে। মই এতিয়া কথাবোৰ গমি-পিটি চাই বুজিছো তেখেতে কোনোবা ফালৰ পৰা কিবা 'থ্ৰিয়েট্নিং' বা 'ওৱাৰ্নিং' পাইছে নেকি ? কোনোবাই কিডনেপ কৰিবও পাৰে। তেখেতক কৰাৰ 'পচিবিলিটি' বেছি। অৱশ্যে ল'ৰাটোকো কৰিব পাৰে। গতিকে.......

ঃ একো ঠিক নাই, কোনোবাই ল'ৰাক পদূলি মুখতে গুলীয়াই থৈ গুচি যাব পাৰে।— পাঠকে ক'লে।

ঃ গতিকে তেখেতৰ আৰু পৰিয়ালৰ বাবে চিকিউৰিটি গাৰ্ডৰ ব্যৱস্থা কৰাটো প্ৰয়োজন হ'ব যেন পাইছো। দত্তই ক'লে।

ঃ ঠিকেই তেখেতক কথাটো আপুনি বুজাই কওক। এচ পি শ্ৰীবাস্তৱৰ লগতো আলোচনা কৰক।— ভট্টই পৰামৰ্শ দিলে।..................

তেওঁলোকৰ প্ৰকৃততেই সহানুভূতি হৈছিল।

সেয়ে সন্ধ্যা ছয়মান বজাত ইন্দ্ৰকান্ত দত্তই নিৰঞ্জন ভট্টক লগতলৈ শৰ্মাৰ ঘৰলৈ গ'ল। তেওঁলোকে আলোচনা কৰি গৈছিল, যদিহে শৰ্মাই সেইবোৰ কথা পুনৰ উলিয়াই, তেওঁলোক দুয়োৱে তেওঁক চিকিউৰিটিৰ ব্যৱস্থাটো কৰিব। প্ৰয়োজন হ'লে সেইদিনাই গৃহমন্ত্ৰী চৌধুৰীকো লগ ধৰি কথাটো আলোচনা কৰিবলৈ শৰ্মাক পৰামৰ্শ দিব।

কিন্তু বাটতে ভট্টই দত্তক ক'লে ঃ এটা কথা নহয়, ছাৰৰ আচল কথাটোনো কি আমি ভালকৈ নজনাকৈ এইবোৰ উপযাচি কোৱাটো উচিত হ'ব জানো ? চাব দেই বেছি আগ্ৰহ দেখুৱালে হিতে বিপৰীত হ'বও পাৰে।

ঃ সিও সঁচা। বলকচোন বাৰু। এনেয়ে কথা বতৰাকে পাতি চাওঁগৈ। তেওঁৰ ল'ৰাটোক কোনোবাই হত্যা কৰিব— এই অদ্ভুত ভাবটো কেনেকৈনো মানুহটোৰ মগজুত সোমাল, মই আৰু বুজিব নোৱাৰিলো।

ঃ কিবা বিপদ হ'লে তেওঁৰ বিপদ হ'ব পাৰে, ল'ৰাটোক লৈ এই চিন্তা কিহৰ ? বলিযালি বুইছে, বলিযালিৰ বাহিৰে আন একো নহয়।

সুপ্ৰশস্ত বাৰান্দাখনত এটা কম পোহৰৰ লাইট জ্বলি আছিল। কেইখনমান বেতৰ চকী আৰু সৰু সৰু তুল। দুটামান টাবত ফুলি আছিল ডালিয়া আৰু ক্ৰিছেনথিনাম। এখন চকীত বহি ব্ৰজেন্দ্ৰ নাথ শৰ্মাই চিগাৰেট হুপি আছিল।

এখন স্কুটাৰত ইন্দ্ৰকান্ত দত্ত আহিল। লগত নিৰঞ্জন ভট্ট। তেওঁলোকক গেটৰ মুখতে দেখি শৰ্মাই আন্তৰিকতাৰে মাত লগালে ঃ আহক দত্ত আহক। ভট্টও আহিলা ? ক'ৰ পৰা কেনেকৈ ওলালাহিহে ?

ঃ আহিছিলো কাপোৰৰ বজাৰলৈ, ভট্টই কিনিলে দুটা দৰব। ভাবিলো ছাৰৰ ঘৰলৈ বহুত দিন অহা নাই, এখন্তেক সোমাই যাওঁ – দত্তই সহজভাৱেই উত্তৰ দিলে।

ঃ বৰ ভাল কৰিলে। মই আপোনাক এদিন মাতিম বুলিযেই ভাবিছিলো। কেইটামান ঘৰুৱা কথা আলোচনা কৰিবলগীয়া আছিল। অফিচতচো আটাইবোৰ কথা পাতিব নোৱাৰি। আজিকালি মোৰ মন ভালে নাথাকে জানে। সেই একেটা চিন্তাই মোক অহৰহ দিচটাৰ্ব কৰি থাকে। এতিয়া চাওক আমাৰ ল'ৰাটোৰ কথা কৈছোঁ, আমাৰ কিমান চিন্তা, আবেলিযেই সি ওলাই গ'ল, এই সাত বাজিল, ঘূৰি অহা নাই।

ঃ ওলাই গৈছে ডেকা ল'ৰা, আহিব। সি বি, এছ চি পাছ কৰিলে যেতিয়া ক'ৰবাত কিবা এটা কামতে সুমাই দিযক।

ঃ নাই সি চাকৰি নকৰে আৰু নপঢ়েও হেনো ।

ঃ অনাহকতে চিন্তা নকৰিব। তাক কোনেও বেয়া নাপায। তাৰ এনে কোনো শত্ৰু নাই যি তাৰ অপকাৰ কৰিব । যদি আপুনি কিবা তেনে চিন্তা কৰিছে তেন্তে নিজৰ বিষয়ে কৰক। তাৰো ব্যৱস্থা আছে। আপুনি চিকিউৰিটিৰ

বাবে গভৰ্নমেণ্টকো জনাওক। বহুতেই সেইটো কৰিছে। ইমান উদ্বিগ্নতাৰ মাজত থাকিব নালাগে।

ঃ নাই, নাই, মোৰ নিজক লৈ তেনে কোনো ভয়ৰ কাৰণ নাই।

ঃ তেনে হ'লে ল'ৰাটোৰ চিকিউৰিটিৰ কথাটো চিন্তা কৰিবলগীয়া বিষয়েই নহয়। —নিৰঞ্জন ভট্টই ক'লে।

ঃ নহয়হে ভট্ট, তাক কোনোবাই অপকাৰ কৰিব পাৰে।

ঃ আমি ভাবোঁ যে সেইটো অমূলক চিন্তা, সি জানো অপৰাধী, সি জানো হত্যাকাৰী, সন্ত্ৰাসবাদী বা আন কিবা তাৰ দোষ আছে ?— দত্তই সুধিলে।

ঃ সেইবোৰ একো নহয়। কিন্তু তাৰ কথা বতৰা ধৰণ-কৰণ আন ল'ৰাতকৈ বেলেগ। গতিকে সি যে কাৰোবাৰ নজৰত আছে, মই বুজি পাওঁ। সেয়ে মোৰ তাক লৈ চিন্তা। হেৰি দত্ত, মোৰ সি একমাত্ৰ সন্তান, জানে................

শৰ্মাৰ মাত থোকাথুকি হ'ল।

এজন কাম কৰা ল'ৰাই দুকাপ চাহ আৰু বিস্কুট দি গ'লহি। এটা বটাত তামোল-মছলা লৈ শ্ৰীমতী শৰ্মা আহি তেওঁলোকক দেখা কৰিলেহি।

তেতিয়া সন্ধ্যা সাত বাজি গৈছিল। অলপ আগতে নগৰৰ সেই অঞ্চলত বিজুলী সৰবৰাহ বন্ধ হৈছিল। ল'ড শ্বেদিং। কাৰো বিৰক্তি নোহোৱা হৈছে। সকলো অভ্যস্ত।

হঠাৎ এখন হুলস্থূল লাগি গ'ল!

মানুহবোৰ ৰাস্তাইদি দৌৰা দৌৰি কৰিবলৈ ধৰিলে। চাইকেল, স্কুটাৰ, মটৰ চাইকেল, মাৰুতি, জীপ, অন্যান্য বিভিন্ন গাড়ীবোৰ জোৰেৰে ইফালৰ পৰা সিফাললৈ পাৰহৈ গ'ল। শৰ্মাৰ ঘৰৰ কাষৰ দুঘৰ মানুহে ধাপ-ধুপকৈ দৰ্জা খিড়িকীবোৰ বন্ধ কৰি দিলে।

অলপ পিছতে শৰ্মাৰ ভিতৰৰ কোঠাত ফোনটো বাজি উঠিল। শৰ্মা দৌৰি গৈ ৰিচিভাৰটো তুলি ল'লে।

শৰ্মাই আতংকিত হৈ চিঞৰি উঠিল ঃ হেৰি দত্ত চব শেষ হৈ গ'ল। মোৰ ল'ৰা কিজানি আৰু নাই। থানাৰ পৰা এজনে ফোন কৰিছে, আপোনাৰ ল'ৰাৰ এটা ঘটনা ঘটিছে বুলি। মোক বেগতে থানালৈ মাতিছে।.................

শ্ৰীমতী শৰ্মাই হুৰাদুৱা লগাই দিলে।

ঃ ছাৰ আপুনি ৰওক। আমি দুয়ো তৎক্ষনাত স্কুটাৰতে থানাৰ পৰা আহোঁগৈ।— দত্তই কথাষাৰ কৈ ৰৈ নাথাকিল।

ঠিক আধা ঘণ্টা মানৰ পিছতে ইন্দ্ৰ দত্ত আৰু নিৰঞ্জন ভট্ট ততাতৈয়াকৈ থানাৰ পৰা ঘূৰি আহিল।

শৰ্মা বিচনাত পৰি আছিল। শ্ৰীমতী শৰ্মাই তেতিয়াও বাহিৰে ভিতৰে দৌৰা দৌৰি কৰি ফুৰিছিল। বন কৰা ল'ৰা-ছোৱালী হাল হতভম্ব হৈ বাহিৰত ৰৈ আছিল।

দত্তহঁত শৰ্মাৰ বিচনাৰ কাষলৈ গ'ল।

তেওঁ চিঞৰি উঠিল ঃ কওক দত্ত, কওক, মোৰ ল'ৰাৰ কি হ'ল ?

ঃ ছাৰ, আপোনাৰ ল'ৰাৰ একো হোৱা নাই।

ঃ তাৰ একো হোৱা নাই ? সি ভালে আছে ?? তেনেহলে কি হৈছে ??

ঃ ছাৰ আপেনাৰ ল'ৰাই থানাৰ ওচৰতে এটা ডেকা ল'ৰাক নিচেই ওচৰৰ পৰা গুলীয়াই হত্যা কৰিলে।

ঃ মোৰ ল'ৰা বিতুলে ?

ঃ হয়।

ঃ সি এতিয়া ক'ত আছে, তাৰ কি হ'ল ?

ঃ সি ভালেই আছে ছাৰ। পুলিছে তাক খুব সহজেই কৰায়ত্ত কৰিলে। পুলি চৰ লগতো গুলীয়াগুলি হৈছিল, ভাগ্য ভাল ছাৰ, দুজন পুলিচ কনষ্টেবলৰ গাতহে গুলী লাগিল, বিতুলৰ একো হোৱা নাই। — ইন্দ্ৰ দত্তই কলে।

ঃ বিতুলৰ গাত ক'তো আচোঁৰ এটাও লগা নাই। ছাৰে আকৌ মিছাতেই তাক কোনোবাই কিবা কৰিব বুলি ইমান দিন ভয়ত পেপুৱা হৈ আছিল।— নিৰঞ্জন ভট্টই ক'লে।..... .. .. .

## নৱনীতা গগৈ

# অন্য দিনৰ কথা

বহুত কন্দা-কটা কৰিলোঁ। অসভ্যৰ দৰে চিঞৰ-বাখৰ কৰিলোঁ। পুলিচ শব্দটোৱেই কিবা এলাৰজিক। দেউতা স্বল্পভাষী মানুহ। সমুখত থিয় দি ডাঙৰকৈ কথা ক'বলৈ সত নেযায়। সেই দেউতাক পিতৃৰ অধিকাৰৰ শিপাডাল কিমানদূৰ বিস্তৃত— চিঞৰি চিঞৰি প্ৰশ্ন কৰিলোঁ। দেউতা পাথৰৰ দৰে বহি ৰ'ল হেলনীয়া চকীখনত; দুচকু যেন আকাশৰ কোন সুদুৰত বন্ধ কৰি থোৱা আছে। মাৰ নিৰিবিলি মুখৰ কথা মনত ভাঁহি উঠাত হিয়া ঢাকুৰি কান্দিবৰ মন গ'ল। মা জীয়াই থকা হ'লে অন্ততঃ মোৰ হৈ দুটা কথা ক'লেহেঁতেন।

মামাই ক'লে, ''পুলিচৰ চাকৰি কৰে বুলিয়েনো তই ইমান বিচলিত হ'ব লাগেনে? তইতো শঙ্কৰৰ কথা একো নেজান। চাকৰিৰ সময়ত প্ৰাণ আগ কৰি চাকৰি কৰিব আৰু বাকী সময়ত শঙ্কৰ যি শঙ্কৰেই; ব'মভোলা আশুতোষ। তোৰ নিচিনাজনীক পচন্দ যে কৰিছে— ভাগ্য বুলিব লাগে।''

বন্ধুসমা পেহীয়ে ক'লে, ''পুলিচৰ চাকৰি কৰিলে কি মানুহ আৰু মানুহ হৈ নাথাকে বুলি ভাবিছ নেকি? শঙ্কৰ বোধকৰো তোতকৈ, মোতকৈ বেছি মানুহ হৈ আছে। ব'লচোন মোৰ ৰুমলৈ ব'ল। তইতো বেছ কাব্যপ্ৰেমী। আজি শঙ্কৰ বৰুৱাৰ কবিতা লৈ তোৰ লগত এহাত আলোচনাত বহি চোৱা যাওঁক—।'' তেওঁ মোৰ বাহুত ধৰি টানিবলৈ ধৰিলে।

''কি? কবি শঙ্কৰ বৰুৱা মোৰ দৰা? কবি শঙ্কৰ বৰুৱা পুলিচ?'' একে আঁজোৰে হাতখন পেহীৰ কবলৰ পৰা মুক্ত কৰি লৈ সুধিলোঁ। পেহীয়ে ক'লে, ''প্ৰতিষ্ঠিত কবিসকলৰ জীৱনৰ অ-আ নজনাটো তোৰ দৰে কাব্যপ্ৰেমীৰ বাবে লাজৰ কথা।''

বিয়াৰ পাছত খুব কম দিনৰ ভিতৰতে শঙ্কৰক বুজি পালোঁ। প্ৰতিটো কথাতে তেওঁৰ দৃষ্টিভঙ্গী ইমান উদাৰ যে ইমান উদাৰ মানুহ থাকিব পাৰে বুলি আগতে কেতিয়াও ভাবিবই নোৱাৰিছিলোঁ।

বন্ধুস্থানীয়সকলৰ আগত পতি-প্ৰশংসাত পঞ্চমুখ হ'বলৈ মোৰ লাজ লাগে। তথাপি এদিন এগৰাকীয়ে মোৰ মুখৰ পৰা মন্তব্য সৰকি পৰালৈ লোভেৰে আশা পালি থাকোঁতেই মই কৈ দিলোঁ, "তেওঁ এজন ঋষি।" মোৰ মুখেদি যেনিবা নাইট্ৰাচ অক্সাইডহে ওলাল। আটাইকেইজনী হাঁহিত ৰ'ব নোৱাৰা হ'ল। সুজাতা মৰিল আৰু এইবাৰ। একেই পুলিচ, তাতে ঋষি।"

আমি ডিব্ৰুগড়ত বৰ সুন্দৰ ঘৰ এটাত আছিলোঁ। আজৰি সময়ত তেওঁৰ পুলিচী মেজাজটোৰ কোনো উমঘামেই নাই। হয় তন্ময় হৈ বিথোফেন শুনি থাকিব, নহয় ফুলগছবোৰৰ তদাৰক কৰিব। জোনাক নিশা লনৰ পাথৰৰ চকীত বহি চিঞৰিব, "সুজাতা বাহিৰলৈ ওলাই নাহা কিয়? ইমান ভাল জোনাকতনো মানুহ ঘৰৰ ভিতৰত সোমাই থাকেনে? লাইটবোৰ অফ কৰি দিয়া হেৰা। সেইকেইটা মোৰ চাবৰ মন যোৱা নাই ..........।"

কি মানুহ বাৰু? ৰাজপথৰ কাষৰ ঘৰ। এই সন্ধিয়াখন লাইটবোৰ নুমুৱাই থ'লে কেনেকুৱা দেখাব?

বিয়া পতাৰ পাছত বাবুৰ্চীৰ হাতৰ ৰন্ধা খাবলৈ তেওঁ নাৰাজ। এনিশা ৰন্ধা-বঢ়াৰ কাম সামৰিব ধৰিছোঁ। গধূলিৰে পৰা তেওঁ তেওঁৰ পকাবন্ধা মস্ত বহীখন লৈ ব্যস্ত হৈ থকা দেখিছোঁ। হঠাতে মোক মাতিলে, "সুজাতা, সোনকালে আহা।"

বহীখনৰ ৰঙা পৰি যোৱা পৃষ্ঠা এটা উলিয়াই মোক তেওঁ পঢ়িবলৈ দিলে। পৃষ্ঠাটোত এটা কবিতা। "প্ৰিয়তম অতীত।" কাষত দহবছৰৰ আগৰ এটা তাৰিখ। কবিতাটো পঢ়ি উঠি তেওঁলৈ চালোঁ। দুটা গাৰু জাপি তাৰ ওপৰত ওপৰা-ওপৰিকৈ হাতৰ তলুৱা দুখন থৈ, তাৰ ওপৰত মূৰ থৈ বিহ্বল চকুৰে সমুখৰ বেৰত আঁৰি থোৱা গঁগাৰ "দেৱদূতৰ সতে দেৱদূতৰ মুষ্টিযুদ্ধ"ৰ প্ৰতিকৃতিখনলৈ চাই আছে।

কবিতাটো হ'ল এনেধৰণৰ—

কবিৰ প্ৰিয়তম অতীতত তেওঁৰ প্ৰিয়া হ'লৈ এজিনী সৰ্পিনী। তেওঁলোকৰ প্ৰণয়ৰ প্ৰতীক এক মুখৰ জনপথ। জনপথত অব্যাহত আছে ক্ষুদ্ৰাতিক্ষুদ্ৰ মানুহৰ এটা অভিনৱ শোভাযাত্ৰা! এক অনন্ত যাত্ৰা........

"পঢ়িলা? লাইটটো নুমাই দিয়া।" তেওঁ যেন কিবাকিবি ক'বলৈ উন্মুখ হৈ আছে। ডিম্ লাইটটো জ্বলাই মই আচৰিত হৈ গ'লোঁ। তেওঁতো সেউজীয়া পোহৰ সহিবই নোৱাৰে। ময়ো বেয়া পাওঁ। আজি দেখোন বে'ডৰুমত সেউজীয়া

পোহৰ! চকুৰ ভিতৰলৈ পোহৰবোৰ সোমাই যোৱাৰ ভয়তে হ'বপায়— তেওঁ চকুমুদি আছে। মই কৈ উঠিলোঁ, "পৰহি সলাইছিলোঁহে বাল্বটো। ইমান সোনকালে সোনকালে ফিউজ হ'ব ধৰিছে এইবোৰ!"

তেওঁ চকু নেমেলাকৈয়ে অনুমানতে মোৰ হাতৰ ওপৰত তেওঁৰ হাতখন থ'লে।

"বাল্ব ফিউজ হোৱা নাই সু। শুনা। যোৱা কেবাদিনো ধৰি মই মোৰ অতীতটোত বুৰ মাৰিবলৈ চেষ্টা কৰি হায়ৰান হৈছোঁ। মই বৰ কষ্ট পাই আছিলোঁ। অতীত হৈ যোৱা মোৰ সহজ দুখবোৰক আগতে মই বিচাৰিলেই পাওঁ। আজিকালি বাৰু কিয় এনেকুৱা হয়? কালি আবেলি দাসগুপ্তৰ ষ্টুডিঅ'ৰ "জ্যোতি-নিৰূদ্ধ কক্ষ"ত সোমাওঁতে এনে লাগিল যেন— পাই গ'লোঁ। ফিৰাই পালোঁ মোৰ আপোন অভাষিত কষ্ট! কোঠাটোত এটা সেউজীয়া ডিম লাইট জ্বলি আছিল। চকু দুটাই সেই অসহ্য পোহৰত দুখ পাই যোৱাৰ লগে লগেই মোৰ অভিভূত অতীতটোৰ হেৰাব ধৰা অস্তিত্ব ফিৰাই পালোঁ। সেই কাৰণে আজি এই বাল্বটো কিনি আনিছোঁ।"

মই বোধহয় ভালেমান পৰ উশাহ নসলোৱাকৈ আছিলোঁ। এক দীৰ্ঘশ্বাস এৰি দি ভাবিলোঁ, কি তীব্ৰ আনুভৱিক জীৱন যাপন কৰে এই মানুহজনে! সুধিলোঁ, " তোমাৰ প্ৰেয়সীৰ লগত সাপৰ কি সম্বন্ধ?"

"সাপৰ খোঁটত ঢক ঢক কৰে বগী ছোৱালীজনীৰ সৰ্বাঙ্গ দ্ৰুত গতিত নীলা পৰি আহিল। তাইৰ শেষ নিশাহটোৰ স্পৰ্শ এতিয়াও মোৰ সোঁহাতৰ এইখিনিতে লাগি আছে......। তাইৰ স্মৃতিৰ যন্ত্ৰণা সাপৰ দৰে সাৱলীল আৰু সুন্দৰ মোৰ বাবে!"

কথাবোৰে মোক অস্বস্তিহে দিলে। সাপক সুন্দৰ বোলাতকৈ সাপ দেখিলেই তেওঁ উন্মাদ হৈ মাৰিবলৈ খেদি যোৱা হ'লেই কথাটো মোৰ বাবে বেছি স্বাভাৱিক হ'লহেঁতেন। কবিতাত মোৰ ৰুচি বাৰুকৈয়ে আছে। আগতে লিখাৰ অপচেষ্টাও কৰিছিলোঁ। কিন্তু এসময়ত মই উপলব্ধি কৰিলোঁ যে মই প্ৰকৃততে সুক্ষ্ম অনুভূতিসম্পন্না মানুহ নহওঁ; কবিতা লেখা মোৰ কাম নহয়। এতিয়া, কবি শঙ্কৰ বৰুৱাৰ লগত প্ৰতিটো খোজ মিলাই চলিবলগা হোৱা এই মানসিক অৱস্থাটোত মোৰ কম আহুকাল হোৱা নাই। কিন্তু, এই হৃদয়বান মানুহজনক মই ইমান শ্ৰদ্ধা কৰোঁ যে মোৰ স্থূল জীৱনবোধ অথবা কোনো প্ৰকাৰৰ হৃদয়দৈন্যাই তেওঁক আঘাত কৰাটোৱেই মই নিবিচাৰোঁ।

মোৰ অতীতটোলৈ তেওঁ কোনোদিনেই ব্যস্ত হোৱা নাই। মই ন-কইনা

হৈ থাকোঁতেই তেওঁলৈ চাৰিখনমান বেনামী চিঠি আহিছিল। মোৰ চৰিত্ৰ সম্পৰ্কীয় তথ্যৰে চিঠিকেইখন শকত হৈ আহিছিল। সেই চিঠিবোৰৰ তথ্যবোৰে তেওঁৰ ওপৰত কি প্ৰতিক্ৰিয়া কৰিলে মই কোনোদিনেই নুবুজিলোঁ। কাৰণ, তেওঁৰ ব্যৱহাৰত চিঠিবোৰে তেওঁক বিচলিত কৰাৰ কোনো প্ৰমাণ নাছিল।

আমাৰ ছোৱালীজনী ওপজাৰ কেইদিনমানৰ আগতে এদিন তেওঁ ক'লে, "আমাৰ ছোৱালী হ'ব চাবা।"

ময়ো লগে লগে ক'লে, "তাইৰ নাম থম অবিস্মৃতা।"

"অবি-স্মৃতা? ম'ষ্ট আনপ্ৰেক্টিকেল সুজাতা, ম'ষ্ট আনপ্ৰেক্টিকেল চ্চইচ!"

"বাঃ! কবি শিল্পী-ভাবপ্ৰৱণ মানুহটো হঠাৎ বৰ প্ৰেক্টিকেল হৈ উঠিলাচোন?"

কিছুপৰ মনে মনে থাকি শঙ্কৰে ক'লে, "সুজাতা, বিয়াৰ আগতে মই যে পুলিচ অকল সেই কথাটোহে তোমাৰ মনত আছিল। কিন্তু আজিকালি তুমি ঠিক কেই কথাটোকে অনবৰতে পাহৰি থাকা। কবি আৰু নষ্টালজিক হৈ থকা সময়খিনিৰ বাদে বাকী সময়খিনি মই যে পুৰাপুৰি প্ৰেক্টিকেল আৰু হিচাপী মানুহ হৈ চলোঁ, তুমি লক্ষ্য কৰা নাই? আমাৰ ছোৱালীৰ নাম বিস্মৃতা হ'ব। বিস্মৃতা। কাৰণ, পৃথিৱীয়ে তাইক পাহৰি পেলোৱাৰ সম্ভাৱনাই নিৰান্নৈ শতাংশ আৰু যদিহে তাই স্মৰণীয় হৈ উঠেওঁ—"

"হ'ব, হ'ব।" মোৰ আমনি লাগি আহিছিল। বিস্মৃতা' আপদীয় নামটো মোৰ উচ্চাৰণ কৰিবলৈ মন নেযায়। মনে মনে কামনা কৰিলোঁ আমাৰ যেন ল'ৰা হয়।

ওচৰতে কেতেকী এটাই সুতীব্ৰ দুখতহে যেন খুব গৰকৈ মাতিছিল। তাৰ স্বৰৰ মাত্ৰা ক্ৰমাৎ ওপৰলৈ উঠি আহিল।

কেঁচুৱাটো ওপজাৰ এমাহ আগৰপৰা মই হস্পিতেলত আছিলোঁ। সেইবাৰ কথমপিহে নমৰিলোঁ। কেঁচুৱা চাবলৈ কোঠাটোলৈ শঙ্কৰৰ লগে লগে ইনচাৰুল সোমাই আহিল। মোৰ এটা সময়ৰ আটাইতকৈ ভাল বন্ধু ইনচাৰুল।

বিচনাত উঠি বহাৰ অৱস্থা মোৰ নাছিল। আগৰে পৰা স্বাস্থ্যহীন ইনচাৰুলৰ স্বাস্থ্য আৰু পৰি যোৱা দেখি মোৰ ইমান বেয়া লাগিল যে ভালেমান পৰলৈকে মই তাক নেমাতিলোঁৱেই। যোৱা এমাহজুৰি জীৱন-মৰণৰ আলিদোমোজাত মই হৈ থকাৰ খবৰ জানো তাক কোনে দিলে! সি গুৱাহাটীত

চাকৰি কৰে।

"এয়াহে বন্ধু। এনেয়েতো সুজাতাৰ মুখত মাজে মাজে নামটো শুনি থকাৰ বাদে তেওঁৰ বন্ধুক কেতিয়াবা দেখিবলৈ পাম বুলি ভবাই নাছিলোঁ। সঙ্কটকালৰ বতৰা পাই এয়া বন্ধু উপস্থিত।" শঙ্কৰে যেন কোঠাটোৰ গধূৰ বতাহখিনি ঠেলি পঠোৱাৰ চেষ্টা কৰিলে। "কওকচোন বাৰু মিঃ হুছেইন, এইৰ নাম বিস্মৃতা থৈ মই বেয়া কৰিছোঁ নেকি? সুজাতাই হ'লে নামটো মুখলৈকে নানে।"

ইনচাৰুলে পলিথিনৰ ঠোঙা এটাত এঠোঙা বকুল ফুল আনিছিল। ফুলখিনি ভালকৈয়ে লেৰেলি গৈছিল। গোটেই কোঠাটো বকুল ফুলৰ বিষাদ বিষাদ তীব্র গোন্ধটোৰে ভৰি পৰিছিল।

ছোৱালীজনীৰ জন্মৰ কিছুদিনৰ পিছতে শঙ্কৰৰ গুৱাহাটীত প'ষ্টিং হ'ল। তেতিয়াৰে পৰা ইনচাৰুল আমাৰ ঘৰৰ নিয়মীয়া অতিথি। তাহানি ইনচাৰুল আৰু মই এনে ভাল বন্ধু আছিলোঁ যে পৰস্পৰৰ মাজত নিতান্তই ব্যক্তিগতখিনিৰ বাহিৰে কোনো কথাই গোপন হৈ নাথাকিছিল। কিন্তু ইয়াত শঙ্কৰ আৰু ইনচাৰুলৰ বন্ধুত্বই এনে এটা স্তৰ পালেগৈ যে ছুটীৰ দিনত তেওঁলোকে ঘণ্টাৰ পাছত ঘণ্টা ধৰি ব্রীজ খেলা সময়খিনিত মই মাত্র হ'টেল ৰিচেপচনিষ্টৰ ভূমিকাহে ল'বলগা হয়।

এদিন তিনিও চাহ খাই থাকোঁতে শঙ্কৰে ক'লে, "ভাই মোৰ মানুহজনীয়ে হ'লে তেওঁৰ স্কুলীয়া দিনৰ ক্লাচমেট শেখৰ বৰুৱাক তেওঁৰ মনৰ খবৰ হঠাতে কৈ পেলোৱাৰ কথা এতিয়াও আওঁৰায়েই থাকে।"

ময়ো তপৰাই ক'লো, "আৰু তেওঁ নিজে? নিজে যে ধেমালিৰ ছলেৰে হ'লেও দিনটোত এবাৰ আভা গুহৰ নাম লোৱা? জান ইনচাৰুল— আভাৰ বাবেই বেচেৰা কবি মানুহ— পুলিচ হ'লহি।"

এনিশা মই জোনাকত বহি বহি মই তেওঁক শেখৰৰ কথা কৈছিলোঁ। শেখৰ যে মোৰ প্রতি একেবাৰেই উদাসীন আছিল, সেই কথা শুনি তেওঁ ক'লে, "তুমি কিন্তু নিজকে ইমানখিনিলৈকে আগবঢ়াই দিব নালাগিছিল। কেনেকুৱা মানসিক অৱস্থাতনো তুমি সংযমৰ বান্ধ খুলি দিবলৈ বাধ্য হৈছিলা, মই নুবুজিলোঁ। ছোৱালীৰ পৰা ল'ৰাই সাধাৰণতে ইমানখিনি আশা নকৰে। কিয় বাৰু ল'ৰাৰ নিচিনাকৈ ইনিচিয়েটিভ ল'বলৈ গ'লা? বেচেৰাই বোধহয় ভয়েই খাই গ'ল?

তেওঁ মোৰ কথা শুনি মোক ঠাট্টা নকৰা দেখি মোৰ ইমান ভাল লাগিল

যে তেওঁৰ পৰা লুকুৱাই ৰাখিম বুলি ভবা কথা এটাও কৈ দিবৰ মন গ'ল। তাকে কৰিবৰ বাবে ভূমিকা অলপ জুৰি নিজকে প্ৰস্তুত কৰিলোঁ।

তেওঁক সুধিলোঁ, "একেজন মানুহেই যে জীৱনৰ বিভিন্ন সময়ত বিভিন্নজনৰ প্ৰতি অনুৰক্ত হৈ পৰে— এই কথাটো তুমি কেনেদৰে গ্ৰহণ কৰা?"

"দুজনে যেতিয়া পৰস্পৰৰ মৰমৰ আশ্ৰয় বিচাৰে আৰু পৰস্পৰক শ্ৰদ্ধা কৰে, তেতিয়াইতো প্ৰেম হয়।" শঙ্কৰৰ মাতত কোনো উত্তেজনা নাই। "ধৰি লোৱা, এখন চালিৰ তলত তুমি আশ্ৰয় লৈছা। অভাৱনীয়ভাৱে যেনিবা ধুমুহাত ভাগি পৰিল চালিখন। আন এখন চালিৰ তললৈ তুমি নাহিবাই নেকি? বতাহ-বৰষুণত বিধ্বস্ত হৈয়ে পাত কৰি দিবা গোটেই জীৱন? ..... (অলপ ৰৈ) তোমাৰ মাজত মই আভাক বিচাৰি ফুৰাৰ জানো কিবা যুক্তি আছে? দুৰ্ভাগ্য বা বিফলতাত শেষ হোৱা সম্পৰ্কৰ বাবে ওৰে জীৱন হাঁহাকাৰ কৰাটো মানুহবোৰৰ এক অপ্ৰয়োজনীয় চেণ্টিমেণ্ট।"

অনুভূতিশীল হৈয়ো শঙ্কৰ কি প্ৰেক্টিকেল!

এইবাৰ মই নিৰ্ভয়ে আৰম্ভ কৰিলোঁ, "মোৰ এক খুব ভাল সহপাঠী বন্ধু আছিল। কিন্তু মোৰ বন্ধুৱে শেখৰৰ প্ৰতি থকা মোৰ অনুৰাগৰ কথা জানিও মই গম নোপোৱাকৈয়ে মোক তেওঁৰ প্ৰিয়াৰ আসনখন দি থৈছিল। এটা সময়ত ঘটনাক্ৰমে তেওঁ মোক সেই হৃদয়সম্বাদ দিলে। প্ৰথমে মই হতভম্ব হৈ পৰিছিলোঁ। কিন্তু মোৰ প্ৰেমৰ ব্যৰ্থতাৰ পাছত, মোৰ পূজাঘৰৰ ধ্বংসস্তুপটোত বহি বহি মই অনুভৱ কৰিছিলোঁ যে মোৰ ভাগি-ছিগি যোৱা মনটোৰ বাবে এতিয়া এটা ভেজাৰ প্ৰয়োজন। সেই প্ৰয়োজনৰ তাগিদাতে মোৰ মন সেই প্ৰেমিক বন্ধুৰ প্ৰতি লাহে লাহে হাউলি যাবলৈ ধৰিলে। কিন্তু নিজক এইবাৰ মই সংযমৰ শিকলিৰে আঁটি আঁটি বান্ধি থ'লোঁ। প্ৰথম কথা, নিজকে ইমান বেছি স্বাৰ্থপৰ বুলি দেখুৱাই দিবলৈ মন নগ'ল। দ্বিতীয়তে, ভয় লাগিল— জানোচা মুখ খুলি এই কথা কৈ দিলে নিজকে আকৌ এবাৰ হেয় কৰা হয়।"

শঙ্কৰ থিয় হ'ল; ক'লে, "তুমি নিজকে ঠগালা। এইটো এটা ভাল কাম হ'ল বুলি মই নেভাবোঁ।"

জোনটো ডাৱৰৰ আঁৰত লুকাইছিল। এন্ধাৰত তেওঁৰ মুখখন নেদেখা হৈছিলোঁ। নিশ্বাসৰ শব্দহে শুনিছিলোঁ।

মই ক'লো, "*এইখন চালিৰ তলত মই নিৰাপদ অনুভৱ কৰিছোঁ শঙ্কৰ। এতিয়া আৰু আন কোনো বিধ্বস্ত চালিৰ ফালে চাই মই অশ্ৰুপাত কৰি আছো*

বুলি নেভাবিবা।"

তেওঁ মোক কাষলৈ চপাই ল'লে।

ৰচনাকালৰ বাৰবছৰ পিছত শঙ্কৰ বৰুৱাৰ "প্ৰিয়তম অতীত" প্ৰকাশ হ'ল। কাব্যপ্ৰেমীসকলে তেওঁক এক্‌চেণ্টিক্ বুলি ক'লে।

বিস্মৃতাৰ দুবছৰীয়া জন্মদিনটো উলহ-মালহেৰেই আয়োজন কৰিছিলোঁ। ইতিমধ্যে নিশীথৰ জন্ম হৈছিল।

নিমন্ত্ৰিতসকল যোৱাৰ পাছত তেতিয়া মাজনিশা হওঁ হওঁ, শঙ্কৰ আৰু ইনচাৰ্জ হুইস্কি লৈ বহিল। ল'ৰা-ছোৱালী দুটা শুৱাই থৈ হাতত উলৰ কাম লৈ ময়ো তেওঁলোকৰ কাষতে বহিলোঁ।

বহুতপৰৰ পাছত ইনচাৰ্জে যাওঁ যাওঁ কৰিবলৈ ধৰিলে। গিলাচৰ পানীয়খিনিত আইচক্যুবডোখৰ গলি থকা চাই আছিল শঙ্কৰে। থিয় হৈ দিয়া ইনচাৰ্জক তেওঁ হেঁচা মাৰি বহুৱাই দিলে। "ৰ'ব ৰ'ব হেৰি। ক'ত যায়? বহক। কিমান কথা আছে! অলপ কথা পাতোঁ।" এইবাৰ তেওঁ মোলৈ চাই আচৰিত ধৰণে হাঁহিব ধৰিলে। হাঁহি থাকিয়েই ইনচাৰ্জক ক'বলৈ ধৰিলে, "জানেনে নাই মিঃ হুছেইন— সুজাতাৰ বৰ দুখ। কোনোবা চিৰিয়াচ বন্ধুৱে শেখৰ বৰুৱাৰ প্ৰতি তেওঁ অনুৰক্ত বুলি জানিও তেওঁক গভীৰভাৱে ভাল পাইছিল শেষৰফালে তেওঁ হেনো সেই বন্ধুৰ ফিলিংচৰ ওচৰত মূৰ দোঁৱাবলৈ বাধ্য হৈছিল। কিন্তু মস্ত দাম্ভিকতো! গতিকে-- নক'লে। এতিয়া মাজে মাজে দুখ কৰি থাকে। অস্ অস্! মানুহ হোৱাৰ কি যে বিপদ!"

ইনচাৰ্জৰ মুখখন লগে লগে ৰঙা পৰি গ'ল।

মই বৰ বিব্ৰত হৈ পৰিলোঁ ভিতৰত কেঁচুৱাটোৱে কান্দিছিল। সুবিধাটো পাই উঠি গ'লোঁ। শোৱা কোঠাত কেঁচুৱা কোলাত লৈ মই ঘামিবলৈ ধৰিলোঁ

ইনচাৰ্জক যাবৰ সময়ত শুভৰাত্ৰি জনাবলৈ নহ'ল। সিও মোক মাত নলগোৱাকৈ গুচি গ'ল—।

## ফুল গোস্বামী

# বিবৰ্তন

— পিতা, চাহ।

শব্দ দুটাই মোৰ চিন্তাৰ প্ৰবাহক দুহাত মেলি আগচি ধৰিলে। লনীৰ মাত। চকু মেলি চাই তাইৰ পিছফালটো দেখিলো। ডিঙিৰ পৰা ভৰিৰ পতালৈ ওলমি থকা চোলাটোত একাধিক জোৰা তাপলি। ৰঙা-মুলাৰ দৰে ভিতৰখন মোচোকা খাই গ'ল। লাহে লাহে এইটোও এটা অভ্যাস হৈ পৰিছে। ৰিপু কৰা, তাপলি মৰা ইত্যাদি কামবোৰত তাই নিপুন হৈ পৰিছে। পঢ়া শুনাহে ভালদৰে কৰিব নোৱাৰিলে ।

চাহ কাপত মিঠা দিয়া নাই। পাহৰিলে হয়তো। অথবা এই বয়সত চেনিটো উপাদেয় নহয় বুলিও নিদিব পাৰে। মিঠাৰ প্ৰতি থকা লোভৰ বাবে সৰুতে মই আইতাক কেইটামান লাৰু খুজিছিলো। মোৰ 'কেইটামান' শব্দটোৱে আইতাক এনে আনন্দ দিছিল যে চকুয়ে মুখে বিচ্ছুৰিত হৈ পৰা আইতাৰ আনন্দৰ ঢৌবোৰে মোৰ মনত এতিয়াও দোলা দি যায়।

অনিমা ওলাই গৈছে। আবেলি চাৰি বজাৰ পিছত ঘৰত থকাটো তেওঁৰ বাবে কষ্টকৰ। ছোৱালী কেইজনীয়ে ঘৰুৱা ঝামেলাবোৰ চম্ভালিব লোৱাৰ পৰা তেওঁ ঘৰখনৰ পৰা আনকি মোৰ পৰাও আঁতৰি গৈছে। মই বাধা দিয়া নাই বা অসন্তুষ্টিও প্ৰকাশ কৰা নাই। কাৰণ কড়া ক্ৰান্তিৰ হিচাপ-নিকাচ কৰিলে দেখা যাব তেওঁক মই বিশেষ একো দিব পৰা নাই। পাৰ্থিব স্বাচ্ছন্দ্যৰ কথা বাদেই মানসিক অন্তৰংগতাও সম্যক ভাবে মই দিয়া নাই, মানে দিব পৰা নাই। তেৰোঁ কোনোদিন বিচাৰি অহা নাই। গভীৰ অনুভূতিত অৱগাহন কৰা দুটা শব্দ জীৱনৰ প্ৰথমতে এজনক কোৱাৰ পিছত আৰু আন এজনক ক'ব নোৱাৰি। ক'ব পৰা মানুহ হয়তো আছে— মই নোৱাৰিলো। সন্ধিয়া আগচোতালৰ চকিত পশ্চিম আকাশৰ সন্ধ্যাতৰাটোত চকু থৈ মই যেতিয়া বহি থাকো কাষৰে চকি খনত বহি থকা অনিমাৰ স্থিতি মোৰ উপলব্ধিৰ বহু নিলগত বৈ যায় সদায়েই। সেয়ে বোধহয় অনিমাই কাষৰ চকি খনত এতিয়া বহিবলৈ এৰি দিলে। যোৱা

ত্ৰিশ বছৰ ধৰি আনকি মেঘালয়  আকাশতো মই সাজলি ভোটাটো বিচাৰি ফুৰিছোঁ। আৰু মেঘাচ্ছদা ভেদ কৰি বিমূৰ্ত তৰাটোৰ নীলাভ দৃষ্টিত এযুৰি নিস্পলক চকু মই লগ পাওঁ। সামাজিক শালীনতাৰ খাতিৰত মোৰ আকাঙ্খাৰ সত্যক বিসৰ্জন দিব লগীয়া হৈছিল। কিছুমান সত্যতকৈ শালীনতা সৌন্দৰ্য্য বেছি মূল্যবান। যদিও তাৰ বিনিময়ত মোৰ অন্তৰস্থ মানুহজন খণ্ডিত হৈ ছেদেলি ভেদেলি হৈ গ'ল তথাপি আন মানুহবোৰৰ চিন্তা, উদ্বিগ্নতা চুপে চাপে শুই পৰিল। অনিমাই সকলো কথাই জানে। মোৰ পৃথিৱীখনৰ ক্ষুদ্ৰ এক ভুখণ্ডৰ বাহিৰে পাহাৰ. নৈ, উপত্যকা সকলোতে অণিমাৰ অবাধ বিচৰণ। তাত তেওঁ নিজেই সোমাব বিচৰা নাই। বয়সৰ গছকত মৰহি যাব খোজা অনিমাই মোৰ এই দীনতাক সহজ ভাৱে গ্ৰহণ কৰিয়েই মোৰ ওচৰলৈ আহিছিল। মোৰ কাষতে বহি থকা অনিমাই যদি সন্ধ্যাতৰাত কাৰোবাৰ স্থিতিৰ বা দৃষ্টিৰ অন্বেষণ কৰিলেহেঁতেন কিছু পৰিমাণে মোৰ নিজকে হয়তোবা ঋণ মুক্ত যেন লাগিলহেঁতেন। বাতি কাঢ়ি লোৱা গামোচাৰ ব উঠাবলৈ শাৰী শাৰী সুতাবোৰ কণি পিতাপিতকৈ বিচৰা দি অনিমাৰ মুখতো সেই ভাবাবেগ মই বিচাৰি চাইছিলো কেতিয়াবা। ওহো, তাৰ কোনো লেশেই নাছিল। অণিমাৰ চকুত পাঁচজনীকৈ ছোৱালীৰ  মাতৃ হোৱাৰ গভীৰ, অসহায়-বিষাদ।

সংখ্যাধিক পুৰুষ 'চোভিনিষ্টিক' বুলি নাৰীয়ে সদায়ে এটা আক্ৰমণাত্মক মনোভাৱ প্ৰকাশ কৰে। পুৰুষৰ এই উগ্ৰবাদমূলক (?) মনোভাবত নাৰীৰো হয়তোবা এটা পৰোক্ষ অবদান আছে। আমাৰ তৃতীয় ছোৱালীজনী জন্মাৰ পিছত আৰু সন্তানৰ কথা নেভাবিবলৈ অণিমাক বুজাই দিলো। বৃদ্ধাবস্থাৰ আশ্ৰয় স্থল হিচাপে অনিমাক পুত্ৰ সন্তান এটা লাগিবই। খুৰীয়ে ল'ৰা তিনিটাক খোৱা থকা সকলোতে মাত্ৰাধিক প্ৰাধান্য দিছিল যদিও বুঢ়াকালত ছোৱালী দুজনীৰ আশ্ৰয়তহে শেষ নিশ্বাস পেলাইছিল। প্ৰথম তিনিটা ল'ৰা হোৱা হলে ঘৰ শুৱনি কৰিবলৈ ছোৱালী এজনী লাগে বুলি আমাৰ সীমিত আয়ৰ সংসাৰখনৰ ভীৰ অনিমাই নবঢ়ালেহেঁতেন। অৱশ্যে অনিমাক তাৰ বাবে মই দোষাৰোপ কৰিব খোজা নাই। আমাৰ সামাজিক-মানসিক অৱস্থাই তেনেকুৱা। তেওঁৰ বিষাদে মোক দুখ দিয়ে। পত্নী হিচাপে, ভগ্নী হিচাপে নাৰীয়ে পুৰুষৰ প্ৰাধান্য সহজভাবে চাব নোৱাৰিব পাৰে কিন্তু মাতৃ হিচাপে প্ৰায়বোৰ নাৰীৰে এটা পুত্ৰ-সন্তানৰ বাসনা থাকে। অঙ্কুৰতে প্ৰাধান্যৰ সোৱাদ, পিছলৈ অনুকুল সামাজিক বাতাবৰণ পাই সি কিছু পৰিমাণে উগ্ৰবাদী হৈ পৰে হয়তো।

পনী আৰু লিম টিউচন কৰিব গৈছে। ইংৰাজী মাধ্যমৰ স্কুলত কাম

কৰাৰ পৰিপ্ৰেক্ষিতত কিছুমান টিউচন যোগাৰ হৈছে। এনেদৰে সিহঁতে নিজৰ খৰছখিনি উলিয়াই লয়। প্ৰথম প্ৰথম সিহঁতৰ আয়-ব্যয়ৰ খবৰ ময়ো পাইছিলো। দিনবোৰ যিমানে গৈ থাকিল ঘৰৰ মানুহবোৰৰ মাজত একোখন দেৱাল উঠিব ললে। বিশেষকৈ মোৰ চৌপাশৰ দেৱালখনত ইটা, চিমেণ্ট আৰু বালিৰ সংযোজন বেচি হব ধৰিলে। মোৰ চতুৰ্দিশে অহৰহ নিজান নিজম গভীৰ নিশা। এই নিৰ্জনতা আৰু কেতিয়াও সৰব নহয় বৰং আৰু বেছি সুগভীৰ হ'ব। শৰীৰ-মনৰ উদ্যম কমি যোৱাৰ লগে লগে দিন-ৰাতিৰ— সময়বোৰৰ দীৰ্ঘতা বাঢ়ে। সেয়েহে সূৰ্য্যোদয়ৰ আগেয়ে বিছনাৰ পৰৰ উঠি নাহিলে মোৰ হাত-ভৰিবোৰ উচপিচাব ধৰে। অনিমাৰ আকৌ ৰাতিপুৱাৰ টোপনিখিনিহে গভীৰ। পিছফালৰ সৰু বাৰৰন্দাখনৰ আধাভঙা বেতৰ চকীখনত বহি উষাৰ ৰক্তিম সূৰ্য্য চাই মই ভাবোঁ, হে দিবাকৰ, এনেদৰে দহন কৰা যাতে আন দহনে মোক টলাব নোৱাৰে।

মুখেৰে একো নকলেও লনীৰ বাহিৰে আনবোৰৰ চালচলন, ভাবভঙ্গীত মোৰ প্ৰতি এটা অপ্ৰকাশিত ক্ষোভ আছে। সকলো কথা প্ৰকাশৰ প্ৰয়োজন নাই। আৰ্থিক অভাবগ্ৰস্ত অবসৰ প্ৰাপ্ত দায়িত্ব পালন কৰিবলগীয়া পিতৃ আৰু হাল টানিব নোৱাৰা অক্ষম গৰুহাল— এই দুয়ো শ্ৰেণীৰ প্ৰাণী বোধহয় মৰিবলৈকে জীয়াই থাকে। সকলো মানুহ মৰিবলৈ জীয়াই থাকে বুলি ভাবিব পাৰি যদিও তেওঁলোকৰ যাত্ৰাত উঠা, বহা, বগোৱা, নমা ইত্যাদি কিছুমান গতি থাকে। 'অপদাৰ্থ' শব্দটো সিহঁতৰ ওঁঠৰ পৰা কেতিয়াও বাগৰি অহা নাই। তথাপি মধ্যাহ্নৰ প্ৰখৰ সূৰ্য্যই দূৰৈত থকা আইকণৰ উৰলি যোৱা খেৰীঘৰটোৰ ওপৰত যেনেদৰে ইথাৰৰ কঁপনিৰ স্পষ্টতা কেতিয়াবা আমাৰ চকুৰ আগত তুলি ধৰে তেনেদৰে সিহঁতৰ চকুৰ মণিত সেই শব্দটো অলপ সময়ৰ বাবে থৰ হৈ ৰৈ থাকে। সিহঁতৰ চকুবোৰ মোৰ বাবে সেয়ে বৰ ভয়াবহ। লনীৰ নিৰ্বিকাৰ চকুদুটা কিন্তু সদায়েই বিষাদ নীলিমাত ডুবি থাকে।

বনী! বনী! — বিজুৰ মাত। ৰমেশ কাকাতৰ ছোৱালী। মাতত পুৱাৰ উচ্ছাস। সোমাই আহিছে। ভৰিৰ আঙুলিৰ পৰা মূৰলৈ আনন্দৰ উচ্ছল তৰংগ প্ৰবাহিত। লক্ষ্মীৰ ভঁড়ালৰ দৰে কোনোকালে শেষ নোহোৱা সুখৰ মুদ্ৰা হাতৰ মুঠিত। ৰমেশ আৰু মোৰ চাকৰিৰ প্ৰকৃতি আৰু পৰিচয় একেই আছিল। ৰমেশৰ পত্নীৰ অলঙ্কাৰৰ চিকমিকনিত অণিমাৰ কৃষ্ণবৰ্ণ শৰীৰ আৰু বেছি নিষ্প্ৰভ হৈ পৰে। অৱশ্যে অনিমাৰ ব্যৱহাৰত কোনো প্ৰত্যক্ষ অভিযোগ নাই। ৰমেশৰ দৰে ময়ো অসম চৰকাৰৰ দ্বিতীয় শ্ৰেণীৰ বিষয়া। প্ৰথম চোৱাত সীমিত পৰিয়ালসহ

ঠিকেই চলিছিল। ভাই, ভাগিন, ভতিজাকো দুপইচা দি সহায় কৰিছিলো। ৰমেশৰ দৰে শকত খামবোৰ তুলি লব পৰাকৈ মোৰ হাতদুখন (মনটোও?) সবল নাছিল। আৰু এই শক্তিহীনতাই মোৰ জীৱনৰ এক ডাঙৰ সত্যত পৰিণত হৈছিল। আমাৰ দিনত খাম তুলি লোৱা মানুহৰবোৰ আজিৰ সেই একে চৰিত্ৰৰ মানুহৰ দৰে বুকু ফিন্দাই ফুৰিব লাজ পাইছিল। ৰমেশ কাকতিয়ে ভীৰুৰ দৰে অফিচলৈ অহা যোৱা কৰিছিল। এতিয়া অৱশ্যে গাড়ী চলাই যোৱা ৰমেশ কাকতিৰ মুখখনত সদায়েই দৃঢ় আত্মপ্ৰত্যয়ৰ অনুলেপন। আনহাতে সেই সত্যৰ পিছে পিছে দৌৰোতে দৌৰোতে মই কৰ্মঠ খেলুৱৈৰ উত্তাপ আৰু সতেজতা অনুভৱ কৰিছিলো সকলোতে। অফিচলৈ আহ-যাহ কৰা যোগানকাৰী আৰু ব্যৱসায়ীসকলৰ লগতে বিভাগীয় কৰ্মকতাৰ পৰা চতুৰ্থ শ্ৰেণীৰ কৰ্ম্মচাৰীকে ধৰি সকলোৰে চকুয়ে মুখে প্ৰসংসাৰ প্ৰচুৰ ফুলজাৰি। আৰু সেই ফুলজাৰিৰ পোহৰত মোৰ চাকৰি জীৱনৰ নিৰবছিন্ন দীপান্বিতা। সেই চমকে পৰিপুষ্ট খাদ্যাভাবত যৌৱনৰ স্বাভাৱিক মসৃনতা হেৰুৱাই যাব ধৰা লনীৰ মুখখন মোৰ দৃষ্টিৰ পৰা আঁতৰাই ৰাখিলে—। ধূসৰ সন্ধিয়াবোৰত আগৰ বাৰান্দাত বহি বহি মই প্ৰায়ে ভাবো— লনীৰ চকুৰ তল যে ক'লা পৰি গ'ল তাৰ বাবে দাযী কোন? বনীয়ে এইবাৰ চিকিৎসা বিজ্ঞানৰ ছাত্ৰী হবলৈ গৈ যে অৰ্থৰ চিন্তাত ফেকুৰি ফেকুৰি কান্দিছিল তাত মোৰ অক্ষমতা নাছিল নে? ক'ত ভুল হৈ গল? কৰ্মচাৰী হিচাপে নিষ্ঠাৰে দায়িত্ব পালন কৰোতেই মই কিয় নিষ্ঠাবান মানুহ হ'ম? পিতৃত্বৰ দায়িত্ব মই নিষ্ঠাৰে পালন কৰিব পাৰিলো জানো? ভুল কৰা বুলিও মই নেভাবো। মোৰ হিচাবত হয়তোবা খেলি-মেলি হ'ল। হয়তোবা পৰিস্থিতিয়ে প্ৰতিবন্ধকতাৰ সৃষ্টি কৰাত সহায় কৰিলে। মোৰ কৃশ হাতদুখনে শকত খামবোৰ তুলি লব নোৱাৰাৰ অক্ষমতা— পনীহঁতৰ চকুৰ স্বৰ-ব্যঞ্জনবৰ্ণবোৰ পঢ়িব নোৱাৰাৰ অক্ষমতা মোৰ দৰে মানুহৰ জীৱনৰ অনিবাৰ্য্য ঘটনা। এইবোৰ আহিবই।

সন্ধ্যা-তৰাটোও মাৰ গ'ল। এৰি চাদৰখন মেৰিয়াই ওলাই গলো। কৃষ্ণা ত্ৰয়োদশীৰ অন্ধকাৰ চাৰিওফালে কিলবিলাই ফুৰিছে। ৰাস্তাৰ দুইকাষে অ'ত ত'ত ঘৰ নোহোৱা মুকলিঠাই। গুল্ম লতাৰ আঁৰে আঁৰে জোনাকী পৰুৱাৰ অভিসাৰ। আহি আহি আলোক উদ্ভাসিত ঘাই পথত ভৰি দিলো। 'পোহৰতকৈ আন্ধাৰ ভাল'। পোহৰ নথকা উপপথ এটাৰে নামি দিলো। কিছুদূৰ যোৱাৰ পিছত দেখিলো— সেই নিৰঙ্কুশ অন্ধকাৰত কিছুমান বগা অংশ শূন্যত ওপঙি আছে। মেকবেথৰ দৰে হোৱা নাইতো? নাই, প্ৰাথমিক বিদ্যালয়খনৰ ভগাচিগা

চূণ দিয়া বেৰবোৰ অ'ত ত'ত দেখা গৈছে। কাৰোবাৰ কথাৰ গুণ গুণনি শুনা গ'ল। বিদ্যালয়খনৰ চৌহদৰ প্ৰবেশ পথ আৰু ৰাস্তাটোৰ সংলগ্ন ঠাইখিনিত থকা কৃষ্ণচূড়া জোপাৰ তলত দুটা মানুহৰ মূৰ্তি—

— 'কিবা এটা কৰা'। মাতটোত কান্দোনৰ সুৰ ঃ লনীৰ মাত!

— কিন্তু তোমাৰ পিতায়ে....' আমাৰ চুবুৰীয়া ভবেন ডেকাৰ মাত। বিপত্নীক মানুহ। দুটা সন্তানৰ পিতৃ।

— পিতাৰ কথা বাদ দিয়া। পিতাৰ দৰে নৈতিকতাক জীৱিকা হিচাপে লোৱা কুশীলব সকলৰ প্ৰকৃততে তোষামোদৰ প্ৰতি দুৰ্বাৰ লিপ্সা থাকে। আৰু লিপ্সা-যজ্ঞৰ আহুতি হয় লনী-পনীবোৰ। বিশ্বজনীন নৈতিকতাৰ বোধ থকা পিতাৰ দৰে মানুহৰ জাত্যাভিমান বা বংশাভিমানৰ তুচ্চ মোহ নেথাকে মানে থকা উচিত নহয়। তেওঁলোকে ধূলি ধূসৰিত পৃথিৱীক ভয় কৰে চাবলৈ সেয়ে....' পিছৰ শব্দবোৰ কাণত নোসোমাল। ভৰিৰ পৰা মূৰলৈ ভূঁইকঁপৰ প্ৰবল জাঁকাৰণিত মোৰ খোজ থৰক-বৰক হবলৈ ধৰিলে। আপ্ৰাণ শক্তিৰে যুঁজি মই যেতিয়া ঘাই পথত ভৰি দিলো— কোনোবা এজনে চাৰ বুলি মাতিলে। মই কাম কৰা অফিচটোৰ চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী উপেন।

'চাৰ মই দুই এদিনতে চৰকাৰী ঘৰলৈ যাম। বস্তু-বাহানিবোৰ ঠিক কৰোতে আপোনাৰ মান পত্ৰখন পালো। দিবলৈ সময়কে কৰিব পৰা নাছিলো। মই আহো চাৰ'— হাতত সেইখন গুজি দি নেদেখা হৈ গ'ল। এক কিলোমিটাৰ দূৰৈত থাকে। ইমান বছৰে সময়কে কৰিব পৰা নাছিল। আগেয়ে দিনটোত দুবাৰলৈকে আহে। মুগাৰ কাপোৰৰ সোণালী পটভূমিত সেউজীয়া এই আখৰবোৰে জীৱনক কি দিব পাৰে?

এটা প্ৰভাতৰ পৰা আন এটা প্ৰভাতলৈ আমি যিটো জীৱনৰ মুখামুখি হ'ব লাগে সেই জীৱনত ইয়াৰ মূল্যায়ন কি? যিমানেই মন দি পঢ়িব যত্ন কৰিলো সিমানেই আখৰবোৰে স্পষ্টতা হেৰুৱাই গৈ থাকিল। আৰু জুপি চালো। হঠাতে দুটা অব্যয় পদ 'বাঃ' 'বাঃ' মুগাৰ কাপোৰখিনিত উজ্বলি উঠি নোহোৱা হৈ গ'ল। আকৌ কিছুমান শব্দ জিলিকি উঠিল 'তেওঁলোকে ধূলি ধূসৰিত পৃথিৱীক ভয় কৰে চাবলৈ— ' পথৰ দাঁতিৰ বিভৎস নৰ্দমাটোত মুগাৰ কাপোৰৰ, সেউজীয়া আখৰৰ মানপত্ৰখন পেলাই দিলোঁ। প্ৰবল বেগেৰে আহি ঘৰৰ বাৰান্দা পালোঁ। ছয়ষষ্ঠি বছৰীয়া মোৰ ঋজু শৰীৰলৈ মেদবহুল বিৰাটকায় প্ৰাণীৰ স্থবিৰতা আহিছে। বাৰান্দাৰ চকীখনত বহি দিলো।

থুনুক থানাক লনীৰ মাত। পিতা। পিন্ধনত বগা ফ্রক। ওপৰফালে চুলিখিনি টিকনিৰ দৰে বন্ধা। ছবিখন হেৰাই গল। মই খেপিয়াই আছোঁ— মাত্র সেইখন ছবি। কৃষ্ণা ত্রয়োদশীৰ ঘন-ঘোৰ আন্ধাৰতো জিলিকি উঠিল লনীৰ দীঘল চোলাটোৰ ৰিপু আৰু তাপলিবোৰ আৰু সাতাইশ বছৰীয়া লনীৰ ফটা চোলাৰ সিয়নিবোৰত লুকাই থকা তাইৰ হেঁপাহবোৰৰ অগণন কঙ্কাল।

## জয়ন্ত মাধৱ বৰা

# কিবা এটা হৈছে

ঃ চাহ খাব?

ঃ নাই, নাই নাই..........

একেলগে ছটামান "নাই" একে উশাহতে উচ্চাৰণ কৰাৰ পিছত তনু শইকীয়া খন্তেক তলমূৰ কৰি ৰ'ল। যেন অসীম ক্লান্তি আৰু অৱসাদে জোৰ কৰি তেওঁৰ মূৰটো তললৈ হেঁচা মাৰি ধৰি আছে। তেওঁৰ মুখখন দেখিলে এনেকুৱা লাগে যেন কৰুণতাত গোটেই মানুহটো ক্ৰমশঃ গলিবলৈ আৰম্ভ কৰিছে। তনু শইকীয়াই পুনৰ মূৰ তুলি চালে হৃদয়া গোস্বামীলৈ। সন্মুখত ছেক্ৰেটেৰীয়েট টেবুল, স্তূপীকৃত ফাইল, পেনষ্টেণ্ড, একাষত এটা টেলিফোন। মেদবহুল শৰীৰ, হৰলিক্সৰ বটলটোৰ দৰে গোস্বামীৰ ডিঙিৰ চিন-চাব নোহোৱা হৈ গৈছে, মূৰৰ ওপৰ অংশৰ চুলি নাই, ওপৰত ঘূৰি থকা ফেনখনে গতিময় কৰা বতাহৰ স্পৰ্শত কাণৰ কাষৰ চুলিকেইডাল মঞ্চত বিহু নাচি থকা ছোৱালীজনীৰ দৰে দ্ৰুতগতিত অথচ এক ছন্দোময় লয়ত কাণৰ ওপৰত নাচি আছে। বয়সত বোধহয় তেওঁ তনু শইকীয়াতকৈ ডাঙৰেই হ'ব, কিন্তু দেখিলে সেই কথা অনুমান কৰিব পৰা নেযায়। দাৰিদ্ৰ্য, চিন্তা, ঘাত-প্ৰতিঘাতত তনু শইকীয়া যেনেদৰে আক্ৰান্ত, বোধহয় হৃদয়া গোস্বামীক সেইবোৰ যন্ত্ৰনাই স্পৰ্শ কৰিব পৰা নাই। বোধহয় সেই কাৰণেই বয়সেও হৃদয়া গোস্বামীক তনু শইকীয়াৰ দৰে আঁচুৰিব পৰৰ নাই। এই মানুহজনেই কেইমুহূৰ্তমানৰ আগতে তনু শইকীয়াক একাপ চাহৰ অফাৰ দিছিল। তনু শইকীয়াই জানে এই চাহ কাপৰ লগত জড়িত হৈ থকা নাই গোস্বামীৰ আন্তৰিকতা। কেৱল এক আনুষ্ঠানিকতা পালন। বোধহয় তনু শইকীয়াৰ উপস্থিতিত তেওঁ কিছু বিৰক্তও হৈছে আৰু এই বিৰক্তিবোধৰ পৰা উপশম পাবৰ বাবে তেওঁক এটা নিচাৰ প্ৰয়োজন হৈছে।

ঃ মই দুঃখিত শইকীয়া, আপোনাক এই ক্ষেত্ৰত মই কোনো সহায় কৰিব নোৱাৰিম। আই এম টোটেলি হেল্পলেছ।

তনু শইকীয়াই ক'ব বিচাৰিছিল— "ছাৰ, আপোনাৰ ক্ষেত্ৰত এইটো কেনেকৈ সম্ভৱ হ'ল? নিয়ম মতে আপুনিতো মোতকৈ আগতেই চাকৰিৰ পৰা অৱসৰ পাব লাগিছিল। ক'তা আপুনিতো এতিয়ালৈকে ৰিটায়াৰ কৰা নাই। প্ৰতি বছৰেই আপোনাৰ কিবা এটা অজুহাতত এক্সটেনশ্বন হৈ আছে। আপোনাতকৈ মোৰহে চাকৰি কৰি থকাটো বেছি প্ৰয়োজন। দুটাকৈ ল'ৰা কলেজত পঢ়ি আছে, ডাঙৰটো ল'ৰাই এম, এ পাছ কৰিও চাকৰি পোৱা নাই, এতিয়া ভেন্সাৰ স্কুল এখনতে মাহিলী দুশ টকাত খাটি আছে, দুজনীকৈ ছোৱালী বিয়া দিবলৈ আছে। আপোনাৰতো তেনে কোনো প্ৰব্লেম নাই। দুয়োটা ল'ৰা-ছোবালী আছে আমেৰিকাত আৰু চাকৰিৰ কালত আপুনি যিখিনি সম্পত্তি ঘটি থৈছে, ল'ৰা-ছোৱালী দুটাই বহি বহি খাই থাকিলেও শেষ কৰিব নোবাৰিব।" কিন্তু তনু শইকীয়াই এইবোৰ কথা ক'ব নোৱাৰিলে। মাত্ৰ করুণ দৃষ্টিৰে হৃদয়া গোস্বামীলৈ চালে। এই করুণতাৰ ভাষা হৃদয়া গোস্বামীয়ে পঢ়িব নেজানে। ৰিক্ত হৃদয়ৰ অভ্যন্তৰলৈ সোমোৱাৰ ক্ষমতা অন্ততঃ হৃদয়া গোস্বামীৰ নাই বুলি তনু শইকীয়াৰ বিশ্বাস। বহি থকা চকীখনৰ পৰা লাহে লাহে উঠে তনু শইকীয়া। হৃদয়া গোস্বামীলৈ চাই নমস্কাৰ কৰাৰ ভংগীত হাত দুখন বুকুৰ ওপৰলৈ উঠাই, তাৰ পিছত লাহে লাহে কোঠাটোৰ পৰা ওলাই আহে। কোঠাটোৰ পৰা ওলায়েই তেওঁ অনুভৱ কৰিলে কপালত বিন্দু বিন্দু ঘামৰ উপস্থিতি। আঃ ইমান সময়ে যেন এটা অন্ধকাৰ গুহাৰ ভিতৰতহে সোমাই আছিল। ৰতাহ নাই, এচাকি পোহৰ নাই!

তনু শইকীয়া তেওঁৰ বাবে নিৰ্দ্দিষ্ট চিৰপৰিচিত চকীখনত বহিবলৈ গৈ গাটোত এটা পোৰণি অনুভৱ কৰিলে। আঃ আৰু কেইটামান দিনৰ পিছতেই তেওঁ এই চকীখনত বহাৰ ক্ষমতা হেৰুৱাই পেলাব। আবকাৰী বিভাগৰ পৰিদৰ্শক হৈ অসমৰ কিমান ঠাইৰ কিমান অফিচত তেওঁ এনেকুৱা চকীত বহিলে! তেওঁৰ সন্মুখতেই বহুতে তেওঁক কয়— আবকাৰী পৰিদৰ্শকৰ হেনো প্ৰতিখন টাউনতে একোটা একোটা ঘৰ থাকে। তেওঁৰ হাঁহি উঠি যায়। প্ৰতিখন টাউনতে দূৰৈৰ কথা, দেউতাকে সাজি থৈ যোৱা ঘৰটোও আনকি তেওঁ মেৰামতি কৰাব পৰা নাই এই পৰ্যন্ত। অৱশ্যে তেওঁৰ লগৰ কেইবাজনৰো এনেকুৱা সচ্ছল অৱস্থাৰ কথা তেওঁ জানে। হৃদয়া গোস্বামীৰে প্ৰতিখনতে নহ'লেও প্ৰায়বোৰ চহৰতে অজস্ৰ সম্পত্তি আছে। স্থানীয় এম, এল, এ জনৰ জৰিয়তে কেইবাজনো মন্ত্ৰীৰ লগত তেওঁৰ সম্পৰ্ক নিবিড়। সেই সূত্ৰেই পৰিদৰ্শকৰ পৰা বহুতকে পিছ পেলাই অধীক্ষক হৈছে, চাকৰিৰ পৰা

কেতিয়াবাই অৱসৰ পাব লাগিছিল যদিও এক্সটেনশ্বন পাই আছে। তনু শইকীয়াৰ ঈৰ্ষা নোপজে তাৰ বাবে। কোনোবাই পাৰিছে, তেওঁ পৰা নাই। আচলতে তেওঁ নোৱাৰে। নিজকে বহু তললৈ তেওঁ নমাই নিব নোৱাৰে। অন্ততঃ বিভাগটোত তেওঁৰ এটা ইমেজ আছে সৎ কৰ্মচাৰী হিচাপে, কাগজে পত্ৰই নেথাকিব পাৰে। তথাপিও প্ৰথমবাৰৰ বাবে এটা অন্যায় প্ৰস্তাৱ তেওঁ দিছিল ঘৰখনৰ বাবেই অলপ আগতে হৃদয়া গোস্বামীৰ ওচৰত— পাৰে যদি আৰু এটামান বছৰ তেওঁক যদি এক্সটেনশ্বন দিয়ে। আঃ কি সহজভাৱে প্ৰত্যাখ্যান কৰিলে তেওঁৰ প্ৰথম অনুৰোধ হৃদয়া গোস্বামীয়ে!

তেওঁৰ আজি কাম কৰিবলৈ ইচ্ছা নগ'ল। কাকো নজনোৱাকৈ অফিচৰ পৰা ওলাই আহে তনু শইকীয়া আৰু ফুটপাথেদি নিচাগ্ৰস্ত মানুহৰ দৰে খোজ কাঢ়ে। ৰাস্তাত ব্যস্ত পথচাৰী, গাড়ীৰ হৰ্ণৰ শব্দ, ৰিক্সাৰ থন্‌থন্ শব্দ, চাইকেলৰ টিলিঙাৰ শব্দ, বিভিন্ন মেজাজৰ এই শব্দ ফালি বিক্ষিপ্ত হৈছে ৰাস্তাৰ কাষৰ হোটেলখনৰ পৰা হিন্দী গানৰ কৰ্ণপটহ বিদীৰ্ণকাৰী গৰ্জন। ঘড়ীৰ ছেকেণ্ডৰ কাটাৰ দৰেই যেন দৌৰিছে সকলো, ৰবলৈ কাৰো এক মুহূৰ্ত সময় নাই। যেন এক মুহূৰ্ত ৰৈ গলেই সাংঘাতিক কিবা এটা হৈ যাব। পান দোকান এখনৰ সন্মুখত থিয় হৈ ল'ৰাকেইটামানে চিগাৰেট হুপি আছে। ল'ৰাকেইটাৰ বয়স তেওঁৰ কলেজত পঢ়ি থকা ল'ৰাদুটাৰ সমানেই হ'ব চাগৈ। ৰাস্তাইদি খোজকাঢ়ি যোৱা ছোৱালী কেইজনীমানক উদ্দেশ্য কৰি ল'ৰাকেইটাই উচ্চস্বৰত অশ্লীল মন্তব্য কৰিলে। তনু শইকীয়াৰ মুখখন তিতা তিতা লাগিল। ফুটপাথত থিয় হৈ ব্যস্ত-সমস্ত পথটোলৈ চালে তেওঁ। আঃ এই মানুহবোৰলৈ চাই ধৰিব পাৰিনে এইখন দেশতেই প্ৰতিদিনেই সংঘটিত হৈছে নৃশংস হত্যা, মূল্যবৃদ্ধিত বিপৰ্যস্ত হৈছে সাধাৰণ মানুহ, ৰাজনৈতিক মুনাফাৰ বাবেই ঘটোৱা হৈছে সাম্প্ৰদায়িক সংঘৰ্ষ? আৰু এই যে ডেকাল'ৰাকেইটাই ৰাস্তাৰ কাষত একো একোখন মটৰ বাইক ৰখাই পাণ দোকানৰ সন্মুখত থিয় হৈ চিগাৰেট হুপি হুপি ৰাস্তাইদি খোজ কাঢ়ি যোৱা ছোৱালীৰ উদ্দেশ্যে অশ্লীল মন্তব্য দিছে, ইহঁতে এই জীৱন কটাবৰ বাবে টকা পাইছে ক'ৰ পৰা? তনু শইকীয়াই অনুভৱ কৰিলে তেওঁৰ পিঠিয়েদি ঘাম বগাই কৰ্কাল পাইছেগৈ। তেওঁ অস্থিৰ হৈ পৰিল। এই মানুহবোৰৰ মাজত তেওঁৰ দৰে মানুহৰ কিবা মূল্য আছেনে? যিটো মানুহে প্ৰতিখন চহৰত দূৰৈৰ কথা, দেউতাকে সাজি থৈ যোৱা ঘৰটোকে মেৰামতি কৰাব নোৱাৰে! কিবা এটা হৈছে। কিবা এটা হৈছে মানুহবোৰৰ। নহলে প্ৰতিজন মানুহেই ইমান আত্মকেন্দ্ৰীক হ'ব নোৱাৰে।

নিচাগ্রস্থ মানুহৰ দৰে ঢলং-পলংকৈ খোজকাঢ়ি তনু শইকীয়া ঘৰ সোমায়। বাৰাণ্ডাৰ চকীখনত বহি তেওঁ চকু দুটা মুদি দিয়ে। কিছু ক্লান্তি, কিছু ক্ষোভ, কিছু হতাশাত। ইমানদিনে তেওঁ একো অনুভৱ কৰা নাছিল, কিন্তু আজি এই শেষ বয়সত তেওঁ অস্থিৰ হৈ পৰিছে। অসমৰ্থ বুলি নিজৰ ওপৰতে বাৰু ধিক্কাৰ ওপজিছে নেকি তেওঁৰ? আবেলিলৈকে তেওঁ তেনেদৰেই বহি থাকিল। পৰিবাৰে আহি দুবাৰমান তেওঁক পেঘেনিয়াই পেঘেনিয়াই অফিচৰ পৰা সোনকালে ঘূৰি অহাৰ কাৰণ সুধিছিল, গা বেয়া লাগিছেনেকি বুলি কপালত হাত দি চাইছিল, তেওঁ কিন্তু এটা শব্দও উচ্চাৰণ নকৰিলে। কিয় জানো আজি হঠাতে তেওঁ ঘৰৰ মানুহখিনিৰ মুখলৈ চাবলৈ ভয় কৰা হ'ল। বাৰে বাৰে তেওঁৰ মনলৈ আহিছে এনে এটা ভাৱ যেন তেওঁ এজন অসমৰ্থ পিতৃ আৰু ঘৰখনৰ প্ৰতিজনেই তেওঁলৈ চাইছে অৱজ্ঞাৰ দৃষ্টিৰে। কিমান সময় তেনেদৰে বহি আছিল তেওঁ ক'ব নোৱাৰে। হঠাতে তেওঁ দেখিলে ডাঙৰ ল'ৰাটো উত্তেজিত হৈ ঘৰৰ ভিতৰলৈ সোমাই গৈছে। ভিতৰত মাকক উত্তেজিত হৈ যেন কিবা কৈছে! কি হ'ল? হঠাৎ ইহঁতৰ হ'ল কি? ডাঙৰজনী ছোৱালী মিলি দৌৰি আহিছে বাৰাণ্ডালৈ।

ঃ দেউতা, দেউতা........

তনু শইকীয়া বহি থকা চকীখনৰ পৰা জাঁপ মাৰি উঠে। তেওঁ দেখিলে এক অসহায়বোধ আৰু ভয়ত মিলিৰ মুখখন বিবৰ্ণ হৈ পৰিছে।

ঃ দেউতা, নিলিক কোনোবাই ধৰি লৈ গৈছে। মিলিৰ কথাৰ অৰ্থ যেন তনু শইকীয়াই বুজিব পৰা নাই। তেওঁ একেথৰে কিছুপৰ মিলিৰ মুখলৈ চাই থাকিল।

ঃ অলপ আগতে নিলিৰ ক্লাছৰ ছোৱালী এজনীয়ে দাদাক খবৰটো দিছে। স্কুলৰ পৰা আহি থাকোতে হেনো ৰাস্তাতে কেইটামান ডেকা ল'ৰাই টানি-আঁজুৰি গাড়ীত উঠাই লৈ গ'ল।

ঃ হাঁ!!

প্ৰথমবাৰৰ বাবে তনু শইকীয়াৰ মুখৰ পৰা মাত ওলাল। তেওঁৰ এনেকুৱা লাগিল যেন কিবা এটা অদৃশ্য শক্তিয়ে তেওঁৰ সন্মুখতে মিলিক উলংগ কৰি পেলালে আৰু অবাক বিস্ময়ত তেওঁ প্ৰত্যক্ষ কৰিলে সেই বীভৎস দৃশ্য। স্কুলৰ পৰা আহি থকা ছোৱালী এজনীক ৰাস্তাৰ পৰাই কেইটামান ডেকা ল'ৰাই টানি-আঁজুৰি লৈ গ'ল! ৰাস্তাত কি অন্য কোনো নাছিল? কোনেও বাধা দিবলৈ

আগবাঢ়ি নাহিল? কি হৈছে? কি হৈছে এইবোৰ? তনু শইকীয়া ভিতৰলৈ সোমাই যায়। বাৰাণ্ডাৰ পৰা ভিতৰলৈ যাওঁতে তেওঁৰ বতাহত ওপঙি যোৱা যেন লাগিল, মহাকাশযানৰ ভিতৰত মানুহবোৰ যেনেদৰে এঠাইৰ পৰা আন এঠাইলৈ ওপঙি ওপঙি যায়। ইতিমধ্যে তেওঁৰ পৰিবাৰে কান্দিবলৈ আৰম্ভ কৰি দিছে, প্ৰথমে উচুপি উচুপি, তাৰপিছত চিঞৰি চিঞৰি। মিলিয়েও বিছনাখনত বাগৰি উচুপি উচুপি কান্দিছে। তনু শইকীয়াৰ ভৰি দুটা কঁপিবলৈ ধৰিলে যেন থিয় হৈ থকাৰ শক্তিকনো ক্ৰমশঃ তেওঁ হেৰুৱাই পেলাইছে। কথাটো বাৰু সঁচানে? তেওঁ যেন এতিয়াও বিশ্বাস কৰিব পৰা নাই। ডাঙৰ ল'ৰাটো ইতিমধ্যে ওলাই গৈছে উদ্‌ভ্ৰান্ত হৈ। নিচাগ্ৰস্ত মানুহৰ দৰে পুনৰ তনু শইকীয়া ওলাই আহে ভিতৰৰ পৰা বাৰাণ্ডালৈ আৰু স্বপ্নাচ্ছন্ন মানুহৰ দৰে ৰাস্তাইদি খোজ কাঢ়ি যায়। এটা সময়ত তেওঁ নিজকে আৱিষ্কাৰ কৰে থানাখনৰ সন্মুখত। তেওঁ লাহে লাহে থানাখনৰ ভিতৰলৈ সোমাই গ'ল। অ'চিজন নাই, ছেকেণ্ড অফিচাৰজনে ৰাস্তাৰ কাষৰ পাণ দোকান এখনৰ সন্মুখত থিয় হৈ চিগাৰেট হুপি আছে। তনু শইকীয়াই থানাখনৰ বাৰান্দাত পায়চাৰী কৰিলে কিছু সময়, তাৰ পিছত তেওঁ পাণ দোকানখনৰ ফালে আগবাঢ়ি গ'ল। সন্ধ্যা লাগি আহিছে। ষ্ট্ৰীট লাইটবোৰ জ্বলা নাই, কিন্তু ৰাস্তাৰ কাষৰ দোকানৰ ভিতৰৰ বৰ্ণময় পোহৰত মানুহৰ ঠেলা-হেঁচা। অদূৰত বাটা কোম্পানীৰ দোকানখনৰ নামফলকখন এবাৰ ৰঙা হৈছে, এবাৰ নীলা হৈছে। পাণদোকানখনৰ কাষতে বোধহয় এটা ক্লাবঘৰ আছে। তাৰ পৰা ভাঁহি আহিছে ইলেক্‌ট্ৰিক গীতাৰৰ শব্দ, তাৰ মাজে মাজে উচ্চস্বৰত এজনী ছোৱালীৰ বেসুৰা মাত। ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে যেন তনু শইকীয়াৰ ভিতৰৰ উষ্ণতা। তেওঁৰ এনেকুৱা লাগিল যেন দৌৰমাৰি গৈ ক্লাবৰ ভিতৰত সোমাই থকা ল'ৰাকেইটাৰ টেটুকেইটা চেপি ধৰিব। বোধহয় এই ভাবটোৰ প্ৰতিক্ৰিয়া স্বৰূপেই তেওঁ দৌৰ মাৰি যোৱাদি গৈ পাণ দোকানখনৰ সন্মুখত থিয় হৈ চিগাৰেট হুপি থকা ছেকেণ্ড অফিচাৰজনৰ ওচৰ পালেগৈ।

ঃ মই এখন এনট্ৰি দিবলৈ আহিছো। তনু শইকীয়াৰ কঁপা কঁপা মাত। ছেকেণ্ড অফিচাৰজনৰ কপালৰ ৰেখা সংকুচিত হৈ পৰিল। বোধহয় তেওঁ বিৰক্ত হৈছে।

ঃ কি হৈছে?

ঃ থানালৈকে যাওঁনেকি?

ছেকেণ্ড অফিচাৰজনে এক মুহূৰ্ত ঘোপাকৈ চালে, তাৰ পিছত চিগাৰেটৰ টুকুৰাটো দূৰলৈ দলিয়াই দি ফোঁ-ফোঁৱাই থানাখনৰ ভিতৰলৈ সোমাই গ'ল।

চকীখনত বহি কাষৰ টেবুলখনৰ পৰা কাগজ এখন টান মাৰি আনিলে আৰু কাগজখন তনু শইকীয়ালৈ ঠেলা মাৰি দি ক'লে—

ঃ ইয়াতে লিখি যাওঁক।

ঃ মানে মোৰ সৰু ছোৱালীজনীক আজি স্কুলৰ পৰা আহি থাকোঁতে কেইটামান ল'ৰাই বলপূৰ্বক ধৰি লৈ গ'ল।

ঃ হা! কিডনেপ! ক'ৰ ল'ৰা?

ঃ ক'ৰ ল'ৰা মানে........

ঃ ছোৱালীজনীৰ নাম কি?

ঃ ঘৰত আমি নিলি বুলিয়েই মাতো।

ঃ নহয়, নহয়, স্কুলত নাম কি?

ঃ স্কুলত তাইৰ নাম.......... স্কুলত তাইৰ নাম .......... — তনু শইকীয়াই খুব চেষ্টা কৰে মনত পেলাবলৈ। কি নাম আছিল তাইৰ?

ঃ হেৰি আপুনি ছোৱলীজনীৰ বাপেক হয়তো?

হঠাৎ যেন দ্ৰুতগতিত বাঢ়ি গ'ল তনু শইকীয়াৰ শৰীৰৰ উষ্ণতা। খঙত তেওঁ তলওঁঠখন জোৰেৰে কামুৰি ধৰিলে। তেওঁ এনেদৰে পুলিচ অফিচাৰজনলৈ চালে যে পুলিচ অফিচাৰজন তলমূৰ কৰিবলৈ বাধ্য হ'ল। কাগজখনত খচ্‌খচ্‌কৈ কথাখিনি লেখি কাগজখন পুলিচ অফিচাৰ জনলৈ ঠেলা মাৰি দি তনু শইকীয়া ওলাই আহে থানাখনৰ পৰা। ইতিমধ্যে ষ্ট্ৰীট্ লাইটবোৰ জ্বলি উঠিছে। সন্ধ্যাৰ আলোক উজ্জ্বল চহৰ ব্যস্ত এতিয়াও। দ্ৰুত গতিত পাৰ হৈ গৈছে বিভিন্ন অৱয়ৱৰ গাড়ী, হেড লাইটৰ পোহৰত কেতিয়াবা তনু শইকীয়াৰ চকু চাট্ মাৰি ধৰিছে। থন্ থন্ শব্দ কৰি পাৰ হৈ গৈছে ৰিক্সা, ফুটপাথত গৃহাভিমুখী নৰ-নাৰীৰ ব্যস্ত খোজ। কাৰো মুখত কোনো উদ্বিগ্নতা নাই। এই যে বাতৰি কাকত মেলিলেই সৰ্‌সৰ্‌কৈ সৰি পৰে হত্যাৰ খবৰ, এইবোৰে বোধহয় কাৰো হৃদয়ত প্ৰতিক্ৰিয়া কৰিব নোৱাৰে। বাতৰিৰ প্ৰথম পৃষ্ঠাৰ মুণ্ডহীন মৃতদেহৰ ফটোখন চায়ো আজিকালি মানুহে সহজভাৱেই কামুৰি থাকিব পাৰে ভাতৰ থালৰ পৰা তুলি লোৱা মাংসৰ টুকুৰা এটা। আঃ কি ভয়ংকৰ অৱক্ষয় ঘটিছে মূল্যবোধৰ! হঠাৎ তনু শইকীয়াই খুন্দা মাৰি দিয়ে ফুটপাথৰ ওপৰত থিয় হৈ থকা ডেকা ল'ৰা এটাক। কিংকৰ্তব্যবিমূঢ় হৈ তনু শইকীয়াই ল'ৰাটোক সাৱটি ধৰে।

ঃ বেয়া নেপাবা, বেয়া নেপাবা। মই মানে.........

ল'ৰাটোৱে তনু শইকীয়ালৈ ঘোপাকৈ চালে, তাৰপিছতে ঠেলা মাৰি দিয়াদি তেওঁৰ হাত দুখন গাৰ পৰা এৰুৱাই দিলে। তনু শইকীয়াৰ টিঙিচকৈ খংটো উঠি গ'ল।

ঃ তুমি কি ভাবিছাহে? মই কি তোমাক জানি-শুনি খুন্দা মাৰিছো? তোমালোকৰ দৰে ডেকা ল'ৰাবোৰৰ বাবেই মোৰ আজি কি অৱস্থা হৈছে জানা? মোৰ সৰু ছোৱালীজনীক......

তনু শইকীয়া ৰৈ গ'ল। আঃ কি হৈছে? কি হৈছে তেওঁৰ? তেওঁ দেখিলে এইখিনি সময়ৰ ভিতৰতে তেওঁৰ চাৰিওফালে মানুহে জুম বান্ধিবলৈ ধৰিছে। তেওঁ লাহে লাহে আঁতৰি আহে। আঁতৰি আহোতে তেওঁৰ কাণত পৰে এটা শব্দ— পাগল। তেওঁৰ খোজৰ গতি দ্রুত হৈ পৰে। মন্ত্রমুগ্ধৰ দৰে কেতিয়া আহি ঘৰ পালে তেওঁ ক'ব নোৱাৰে। ঘৰৰ ভিতৰলৈ সোমাবলৈ ধৰিও তেওঁ ৰৈ গ'ল। ভিতৰত মৰিশালীৰ নিস্তব্ধতা। শব্দ নাই, পোহৰ নাই। তেওঁৰ ভয় লাগিল। ভিতৰলৈ সোমাবলৈ তেওঁৰ ভয় লাগিল। বাৰাণ্ডাৰ চকীখনত বহি দিয়াৰ লগে লগে তেওঁৰ চকু দুটা নিজে নিজে জাপ খাই আহিল। এই নিজান অৱসৰত তেওঁৰ বুকুৰ ধপ্ধপনি যেন নিজেই শুনা পালে। নিশা যিমানে গভীৰ হৈ আহিছে, তেওঁ সিমানে অস্থিৰ হৈ পৰিছে। মাজে মাজে তেওঁৰ তিনিওটা ল'ৰা উত্তেজিত হৈ এটা এটাকৈ ঘৰ সোমায়, আকৌ এটা এটাকৈ ওলাই যায় উত্তেজিত হৈ। তেওঁ চাই আছে সকলো। গোটেই নিশাটো তেওঁ তেনেদৰেই কটাই দিলে। পুৱতি নিশা তেওঁ এটা আচৰিত সপোন দেখিলে। ৰাস্তাইদি তেওঁ খোজকাঢ়ি গৈ আছে। তেওঁৰ চৌপাশে ব্যস্ত ৰাজপথ, দ্রুতগতিত পাৰ হৈ যোৱা গাড়ী, গৃহাভিমুখী নৰ-নাৰী এই সকলো অতিক্রমি তেওঁ গৈ আছে। হঠাৎ তেওঁৰ শৰীৰটো ক্রমশঃ ওখ হৈ যাবলৈ ধৰিলে। ৰাস্তাৰ কাষৰ বিজ্ঞাপনৰ ডাঙৰ ডাঙৰ হৰ্ডিং, সুউচ্চ অট্টালিকা এই সকলো অতিক্রমি তেওঁ ওখ হৈ গৈ থাকিল আৰু এটা সময়ত ৰাস্তাইদি খোজকাঢ়ি যোৱা মানুহখিনিক সৰু সৰু কীট-পতংগৰ দৰে লাগিল। লাহে লাহে সৰু সৰু কীট পতংগৰ দৰে মানুহবোৰে তেওঁৰ দীঘল ভৰি দুটাত কামুৰিবলৈ আৰম্ভ কৰিলে। দুটামানে গছত বগোৱাদি দীঘল ভৰি দুটাইদি উঠিবলৈ চেষ্টা কৰিলে। তেওঁ ভৰি দুটা জোকাৰি দিলে। পকা আম সৰাদি থল্থল্কৈ সৰি পৰিল মানুহবোৰ। তেওঁৰ হাঁহি উঠি গ'ল। হঠাৎ তেওঁ দেখিলে ৰাস্তাৰ কাষৰ নৰ্দমাত এটা সদ্যজাত কেঁচুৱাই কান্দি আছে। হয়তো কোনোবা অবিবাহিতা নাৰীয়ে নিজকে কলংকমুক্ত কৰিবৰ বাবে, সমাজৰ কঠোৰ অন্যায় নীতি-নিয়মত নিজকে অপৰাধী নসজাবৰ বাবেই

সদ্যজাত কেঁচুৱাটো নৰ্দমাত পেলাই থৈ গৈছে। তনু শইকীয়াৰ দুখ লাগিল। শিশুটোৰ প্ৰতি পৰিপূৰ্ণ মমতাত তেওঁৰ অন্তৰৰ গভীৰ অলিন্দ ফুলি উঠিল। তেওঁ কেঁচুৱাটোক তুলি ধৰিবৰ বাবে কুঁজা হ'বৰ চেষ্টা কৰিলে। আঃ কি হৈছে! কি হৈছে! তেওঁ ইমান ওখ হ'ল যে, কেঁচুৱাটোক তুলি ধৰিবৰ বাবে তেওঁ কুঁজা হ'ব পৰা নাই। তেওঁ শৰীৰৰ সৰ্বশক্তিৰে চেষ্টা কৰিলে, কিন্তু কেঁচুৱাটোক নৰ্দমাৰ পৰা তুলি আনিব নোৱাৰিলে। প্ৰচণ্ড ক্ষোভ আৰু খণ্ডত অৱশেষত তেওঁ চিঞৰি দিলে। আৰু লগে লগে তেওঁ সাৰ পাই গ'ল। আঃ তেওঁ অনুভৱ কৰিলে গোটেই গাটো ঘামত তিতি গৈছে।

পোহৰ হোৱাৰ পিছতো তেওঁ বাৰান্দাৰ চকীখনতে বহি থাকিল। এৰাতিৰ ভিতৰতে ঘৰখনৰ অৱস্থাই সলনি হৈ গ'ল। মিলিয়ে চাহ একাপ টেবুলখনৰ ওপৰত থৈ গৈছিল, তেওঁ খোৱা নাই। বোধহয় ইতিমধ্যে চেঁচা হৈ গৈছে। ঘৰৰ সন্মুখৰ ৰাস্তাটোৰেদি গুৱাল এটাই দুটা প্ৰকাণ্ড ড্ৰাম চাইকেল এখনত দুফালে ওলোমাই ঠেলি ঠেলি লৈ গৈছে। অলপ আঁতৰত থকা পানীৰ টেপটোৰ পৰা বিক্ষিপ্ত হৈছে বিভিন্ন মেজাজৰ কোলাহল। এবাল্টি পানীৰ কাৰণে এই টেপটোৰ ওচৰত সদায় এখন কাজিয়াৰ সৃষ্টি হয়। তনু শইকীয়াই দেখিলে হকাৰটো আহি গেটখনৰ ওচৰত থিয় হৈছেহি। অন্যদিনা বাতৰি কাগজখনৰ কাৰণে তেওঁ গেটৰ সন্মুখত থিয় হৈ থাকে। আজি কিন্তু হকাৰটো দেখিও তেওঁৰ উঠিবলৈ ইচ্ছা নগ'ল। হকাৰটোৱে বাৰাণ্ডাত বাতৰিখন দলিয়াই থৈ গুচি গ'ল। অভ্যাসবশতঃ তেওঁ বাতৰি কাগজখন মেলি ললে। প্ৰথম পৃষ্ঠাত চকু ফুৰাই তেওঁ এঠাইত ৰৈ গ'ল। ষ্টাফ ৰিপ'ৰ্টাৰৰ বাতৰি : কালি মহানগৰীৰ স্কুল এখনৰ পৰা ঘৰলৈ আহি থকা অৱস্থাত ছাত্ৰী এগৰাকীক কেইজনমান অচিনাক্ত যুৱকে বলপূৰ্বক ধৰি লৈ যায়। ছাত্ৰীগৰাকীৰ এই পৰ্যন্ত কোনো সন্ধান নাই। বাতৰিটো তনু শইকীয়াই কেইবাবাৰো পঢ়িলে। বাতৰিটোত নিলিৰ নামটো দিয়া নাই। বোধহয় তাইৰ ভৱিষ্যতৰ কথা চিন্তা কৰি। তনু শইকীয়াৰ মুখেদি ফোঁচকৈ শব্দ এটা ওলাই আহিল। হুঃ ইয়াৰ পিছতো আৰু নিলিৰ কিবা ভৱিষ্যত থাকিব পাৰেনে?

আঠমান বজাত পুলিচৰ জীপ এখন আহি তনু শইকীয়াৰ ঘৰৰ সন্মুখত ৰ'ল। জীপখন ৰোৱাৰ লগে লগে মিলি আৰু মাকৰ সৈতে ল'ৰা তিনিটাও হুৰমুৰকৈ ওলাই আহিল। তনু শইকীয়াই পুলিচ অফিচাৰজনক চিনি পালে। কালি তেওঁ থানাত লগ পোৱা ছেকেণ্ড অফিচাৰজন। বাৰাণ্ডাত থিয় হৈয়েই তেওঁ ক'লে—

ঃ ব্ৰহ্মপুত্ৰৰ পাৰত ছোৱালী এজনীক পোৱা গৈছে সংকটজনক অৱস্থাত। বোধহয় গোটেই ৰাতি তাইক বহুতে ৰেপ কৰিছে। এতিয়া হস্পিতালত আছে। আপোনালোকৰ কোনোবা এজন মোৰ লগত ওলাওক। চিনাক্ত কৰিবলৈ।

খুব সহজভাৱেই কথাখিনি কৈ পুলিচ অফিচাৰজন গেটৰ সন্মুখত ষ্টাৰ্ট দি থোৱা জীপত উঠিলগৈ। কথাখিনি শুনাৰ লগে লগে তেওঁৰ ভৰি দুটা কঁপিবলৈ ধৰিলে। তেওঁ দেখিলে— দুৱাৰত ধৰি থিয় হৈ থকা তেওঁৰ পৰিবাৰ অচেতন হৈ পৰি গৈছে। লগে লগে মিলিয়ে চিঞৰ-বাখৰ লগাইছে। তিনিওটা ল'ৰাই "মিলি মাক চাবি" বুলি চিঞৰি দৌৰি গৈ জীপত উঠিছেগৈ। পৃথিৱীৰ সমস্ত অন্ধকাৰ যেন আহি তেওঁলোকৰ বাৰাণ্ডাত থুপ খাইছেহি। অন্ধ মানুহৰ দৰে খেপিয়াই খেপিয়াই তেওঁ মিলি আৰু পৰিবাৰক সাৱটি ধৰিলেগৈ।

পৰিবাৰৰ জ্ঞান ঘূৰি অহাৰ পিছত তেৰোঁ হস্পিতাললৈ ওলাই গ'ল। ইতিমধ্যে ব্যস্ত হৈ পৰিছে মহানগৰীৰ পথ। তেওঁ আজি যিদৰে এটা সমস্যাত আক্ৰান্ত হৈছে, সেইদৰেই বোধহয় সকলোৱেই একো একোটা সমস্যাত আক্ৰান্ত, যাৰ বাবে কোনেও কাৰোফালে চাবৰ অৱকাশ নাই। চিটিবাছখন মেডিকেলত ৰখোৱাৰ লগে লগে তেওঁ বাছখনৰ পৰা জাঁপ মাৰি নমাদি নামিল আৰু দৌৰি যোৱাদি হস্পিটালৰ ভিতৰ সোমাল। অলপ সময় উদ্‌ভ্ৰান্ত হৈ বাৰাণ্ডাত অহা-যোৱা কৰিলে আৰু এটা সময়ত তেওঁ দেখিলে জেনেৰেল ৱাৰ্ডৰ বেড এখনৰ কাষত থিয় হৈ আছে তেওঁৰ ল'ৰা দুটা। সিহঁতৰ মুখত খং, ক্ষোভ, বিষন্নতাৰ চাপ। তেওঁ দৌৰ মাৰি গ'ল আৰু বিছনাখনৰ ওচৰত থৰ হৈ ৰ'ল। চাব নোৱাৰি নিলিৰ মুখ। অজ্ঞান হৈ পৰি আছে তাই। কামুৰি কামুৰি বিকৃত কৰি পেলোৱা হৈছে গাল দুখন। ডিঙিৰ পৰা ভৰিলৈকে কাপোৰেৰে আবৃত। তলৰ অংশত বিয়পি পৰিছে তেজৰ দাগ এটা, নিৰ্গত হৈছে কেঁচা তেজৰ এটা অকটা-অকটা গোন্ধ। বোধহয় ব্লিডিং হৈয়েই আছে। তনু শইকীয়াৰ গালেদি চকুপানী বাগৰি আহে। এটা সৰু ল'ৰাৰ দৰে তেওঁৰ চিঞৰি চিঞৰি কান্দি দিবৰ মন গ'ল। মাজুটো ল'ৰা আগবাঢ়ি আহি তেওঁৰ কাষত থিয় হ'ল।

ঃ দাদাই আপোনাক বিচাৰিয়েই ঘৰলৈ গৈছে। টকা অলপ যোগাৰ কৰিব লাগিব। বোধহয় তেজো দিব লগা হ'ব পাৰে।

তনু শইকীয়াৰ কাণত আৰু একো নোসোমাল। তেওঁ পুনৰ দৌৰি যোৱাদি হস্পিতালৰ পৰা ওলাই গ'ল আৰু পোনে পোনে অফিচ পালেগৈ। এই মুহূৰ্তত হৃদয়া গোস্বামীৰ বাহিৰে তেওঁক সহায় কৰিব পৰা দ্বিতীয় এজন ব্যক্তিৰ কথা তেওঁৰ মনত নপৰিল। মাহৰ শেষত ইচ্ছা থাকিলেও তেওঁক কোনেও

সহায় কৰিব নোৱাৰে। অফিচত সোমোৱাৰ লগে লগে কেইবাজনো সহকৰ্মী আহি তেওঁক বেঢ়ি ধৰি দুখ প্ৰকাশ কৰিলে। নিৰাপত্তাহীনতাৰ ওপৰত গম্ভীৰ মন্তব্য দিলে। তনু শইকীয়াই মাত্ৰ এটা কৰুণ হাঁহি মাৰিলে। তেওঁ লাহে লাহে হৃদয়া গোস্বামীৰ কোঠালৈ সোমাই গ'ল।

ঃ আহক শইকীয়া, আহক। মই ঘটনাটো কালিয়েই গম পাইছো। আঃ কি যে হৈছে দেশখনত! আপুনি অফিচলৈ কিয় আহিল? নহা হ'লেও হ'লহেঁতেন।

ঃ মোক অলপ টকাৰ দৰ্কাৰ।

হৃদয়া গোস্বামীৰ মুখখন বেঁকা হৈ গ'ল। প্ৰেম, মমতা, মানৱিকতা বোধহয় যান্ত্ৰিকতাত পৰিণত হৈছে। অৰ্থ এইবোৰতকৈও উৰ্দ্ধত। তেওঁ জানে অফিচত আজি তেওঁক যিসকলে সমবেদনা জ্ঞাপন কৰিছে, তাত আন্তৰিকতা থাকিব পাৰে, কিন্তু এই ঘটনাৰ বিৰুদ্ধে সোচ্ছাৰ হ'বলৈ তেওঁলোকে অন্তৰত তাগিদা অনুভৱ কৰা নাই। তেওঁক জনোৱা সমবেদনাও যান্ত্ৰিকতাৰে এক ৰূপান্তৰ। তনু শইকীয়াই ভগ্ৰা ভগ্ৰা মাতেৰে ক'লে—

ঃ এই মাহৰ দৰমহাৰ পৰাই কাটি ৰাখিব। এতিয়া যেনে তেনে কিবা এটা কৰক।

হৃদয়া গোস্বামীয়ে থেৰো-গেৰো কৰি পকেটত হাত ভৰালে। মনিবেগটো উলিয়াই ভিতৰখন যেন জুমি চালে। তাৰপিছত বিশখন এশটকীয়া নোট তনু শইকীয়াৰ ফালে আগবঢ়াই দি ক'লে—

ঃ মোৰ হাতত যি আছিল সকলো দি দিছো। আচলতে এয়া মোৰ নহয়, অন্যৰ টকা। দৰমহাৰ পৰাই কাটি ৰাখিম। বেয়া নেপাব।

তনু শইকীয়াই একো নক'লে। খৰ খোজেৰে অফিচৰ পৰা ওলাই তেওঁ চিটিবাছত উঠিল। বাছৰ ভিতৰত প্ৰচণ্ড ভীৰ, থিয় হ'বলৈকে ঠাই নাই। তনু শইকীয়াই যেনে তেনে উঠি লোহা এডালত ধৰি থিয় হ'ল। বাছখন চলিবলৈ ধৰাৰ লগে লগে তেওঁ মন কৰিলে কাষত থিয় হৈ থকা ডেকা ল'ৰা দুটাই তেওঁৰ চোলাটোৰ ওপৰ জেপটোলৈ বৰকৈ চাইছে। জেপটোত তেওঁ ভৰাই থৈছে এইমাত্ৰ হৃদয়া গোস্বামীয়ে দিয়া টকা দুহেজাৰ। তেওঁ ল'ৰা দুটালৈ চালে। বয়স বোধহয় তেওঁৰ কলেজত পঢ়ি থকা ল'ৰা দুটাৰ সমানেই হ'ব। পিছফালে একোছা দীঘল চুলি, ছোৱালীৰ দৰে। চকুৰ চাবনি ৰুক্ষ। মুখৰ পৰা নিৰ্গত হৈছে মদৰ ভেকেটা-ভেকেট গোন্ধ। তনু শইকীয়াই মুখ ঘূৰাই দিলে। হঠাৎ বাছখনে

ব্ৰেক মাৰি দিয়াত তনু শইকীয়া ল'ৰা এটাৰ গাতে লুটি খাই পৰিল। লগে লগে ল'ৰাটোৱে গৰ্জি উঠিল—

ঃ ঐ বুঢ়া বেমাৰী নেকি বে?

ঃ এইটোনো কি ডাঙৰ কথা হ'ল? ব্ৰেক মাৰি দিয়া বাবেহে.......

ঃ আৰে ই বুঢ়াই আমাৰ লগত তৰ্ক কৰে! শ্যালা..........

লগে লগে ল'ৰা দুটাই তনু শইকীয়াক গতিয়াই গতিয়াই বাছখনৰ দুৱাৰৰ ফালে লৈ গ'ল। হুলস্থূলৰ সৃষ্টি হোৱাত ড্ৰাইভাৰেও বাছখন ৰখাই দিলে। সেই মুহূৰ্ততে ল'ৰা এটাই বাছখনৰ পৰা নামি তনু শইকীয়াক বাছখনৰ পৰা নমাই অনাৰ চেষ্টা কৰিলে আৰু আনটো ল'ৰাই তেওঁৰ পকেটত হাত ভৰালে। তনু শইকীয়াই চিঞৰি উঠিল—

ঃ আপোনালোকে দেখিছেনে এই ল'ৰা দুটাৰ অসভ্যালী। আচলতে ইহঁত দুটাৰ মোৰ জেপত থকা এই টকাকেইটাৰ ওপৰত চকু। মই বৰ বিপদত পৰিছোঁ। অলপ সহায় কৰক।

বাছৰ ভিতৰত মানুহে ঠাহ খাই আছে, থিয় হ'বলৈকে ঠাই নাই। অথচ এই ঘটনাটোৱে এই মানুহখিনিৰ অন্তৰত ক্ৰিয়া কৰিব পৰা নাই। সম্পূৰ্ণ যান্ত্ৰিকতাৰে, নিৰাসক্তভাৱে মানুহখিনিয়ে প্ৰত্যক্ষ কৰিছে দৃশ্যটো। বাহিৰত ৰৈ থকা ল'ৰাটোৱে তনু শইকীয়াৰ হাত খনত ধৰি টানিছে। তাৰ মুখৰ পৰা অশ্লীল শব্দবোৰ আখৈ ফুটাদি ফুটিছে। তনু শইকীয়াই লোহা এডালত সৰ্বশক্তিৰে খামুচি ধৰি চিঞৰি আছে। তেওঁক সহায় কৰিবলৈ কোনো আগবাঢ়ি অহা নাই। হঠাৎ ভীৰৰ মাজৰ পৰা কোনোবা এজনে চিঞৰি দিলে—

ঃ এই ড্ৰাইভাৰ, গাড়ী ইমান সময় কিয় ৰখাই থৈছা? আমাৰ কাম নাই নেকি? হেৰি, আপোনালোক কেইজন গাড়ীৰ পৰা নামি দিয়ক, ৰাস্তাত কাজিয়া কৰক। আপোনালোকৰ কাম নেথাকিব পাৰে, আমাৰ আছে নহয়।

লোহাডালত দেহৰ সৰ্বশক্তিৰে খামুচি ধৰি থকা তনু শইকীয়াৰ হাতৰ মুঠিটো শিথিল হৈ গ'ল। আঃ কি শুনিছে তেওঁ! কি সহজভাৱে মানুহজনে দি দিব পাৰিছে এনে নিৰ্মম মন্তব্য! সেই সময়তে বাহিৰত থিয় হৈ থকা ল'ৰাটোৱে তেওঁক আকৌ টান মাৰি দিলে। লগে লগে কৰ্ফাল খাই বাছখনৰ ভিতৰৰ পৰা ৰাস্তাত লুটি খাই পৰিল তনু শইকীয়া।

## শীলভদ্ৰ

**জন্ম ঃ** ১৯২৪ চন।

**শিক্ষা ঃ** এম, এছ চি (গণিত)

**বৃত্তি ঃ** গুৱাহাটীৰ অসম অভিযান্ত্ৰিক মহাবিদ্যালয়ৰ পৰা ১৯৮২ চনত গণিত বিভাগৰ মুৰব্বী অধ্যাপকৰূপে অৱসৰ গ্ৰহণ।

**সন্মান ঃ** "মধুপুৰ বহুদূৰ" গল্প সংকলনৰ বাবে ১৯৯৪ চনৰ সাহিত্য অকাডেমী বঁটা

**প্ৰকাশন ঃ**

গল্পসংকলন ঃ (১) বাস্তৱ (২) কোনো ক্ষোভ নাই (৩) সমুদ্ৰ তীৰ (৪) তৰুৱা কদম (৫) বীৰ সৈনিক (৬) শীলভদ্ৰৰ কুৰিটা গল্প (৭) মেজাজ (৮) ৰতুবাবুৰ গেৰেজ (৯) প্ৰতীক্ষা (১০) উত্তৰণ (১১) বিশ্বাস আৰু অন্যান্য গল্প (১২) দায়িত্ব আৰু অন্যান্য গল্প (১৩) জীৱন আৰু অন্যান্য গল্প (১৪) আকৌ মধুপুৰ (১৫) মধুপুৰ বহুদূৰ (১৬) চিঠি আৰু অন্যান্য গল্প (১৭) তৰ্পণ (১৮) নিৰ্বাচিত গল্প (১৯) লগৰীয়া (২০) দূৰগত আৰু অন্যান্য গল্প (২১) অপৰাজেয় (হিন্দী) (২২) অন্য এক মধুপুৰ

উপন্যাস ঃ (১) মধুপুৰ আৰু তৰঙ্গিণী (২) আগমণিৰ ঘাট (৩) আঁহতগুৰি (৪) অবিচ্ছিন্ন (৫) প্ৰাচীৰ (৬) গধূলি (৭) অনুসন্ধান।

## ডঃ নগেন শইকীয়া

**ঠিকনা ঃ** অসমীয়া বিভাগ, ডিব্ৰুগড় বিশ্ববিদ্যালয়,

ফোন নম্বৰ ঃ ২০৭৯৬ (ডিব্ৰুগড়)

**জন্ম ঃ** ১৯৩৯ চনৰ ১১ ফেব্ৰুৱাৰী

**শিক্ষা ঃ** এম. এ. (অসমীয়া)

১৯৮২ চনত পি এইছ ডি উপাধি লাভ

**বৃত্তি ঃ** ডিব্রুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক।

**প্ৰকাশন ঃ**

**প্ৰবন্ধ ঃ**

(১) চিন্তা আৰু চৰ্চা (১৯৭৭)

(২) উনবিংশ শতিকাত অসমীয়া ভাষাৰ সংকট (১৯৮৮)

(৩) ভাৰতৰ সাংস্কৃতিক ঐতিহ্য আৰু অন্যান্য ৰচনা (১৯৯৩)

(৪) অগ্নিগৰ্ভ অসম (১৯৮৩)

**গল্প ঃ**

(১) কুবেৰ হাতীবৰুৱা (১৯৬৭)

(২) ছবি আৰু ফ্ৰেম (১৯৬৯)

(৩) বন্ধ কোঠাত ধুমুহা (১৯৭১)

(৪) মাটিৰ চাকিৰ জুই (১৯৭৬)

(৫) অস্তিত্বৰ শিকলি (১৯৭৬)

(৬) অপাৰ্থিব- পাৰ্থিব (১৯৮২)

(৭) আন্ধাৰত নিজৰ মুখ (১৯৯১)

**উপন্যাস ঃ**

(১) ভগ্ন উপকূল (১৯৮৩)

**অন্যান্য ঃ**

(১) আমেৰিকাত দহদিন (ভ্ৰমণ কাহিনী) (১৯৮৮)

(২) মহাচীনৰ দিনলিপি (১৯৯৩)

(৩) উনবিংশ শতিকাৰ অসমীয়া মন আৰু অন্যান্য বিষয়

(৪) মিতভাষ (১৯৯৫)

## অপূৰ্ব শৰ্মা

**ঠিকনা ঃ** অৰ্থনীতি বিভাগ, নগাঁও বালিকা মহাবিদ্যালয়, নগাঁও- ৭৮২০০২

ফোন নম্বৰ ঃ ২২৯৭৪ (নগাঁও)

জন্ম ঃ ১৯৪৩, ১ জানুৱাৰী। হেলেম, জিলা ঃ শোণিতপুৰ (অসম)।

শিক্ষা ঃ বি. এ. (কটন কলেজ গুৱাহাটী), অৰ্থনীতিত অনাৰ্চ সহ।

এম. এ. (গুৱাহাটী বিশ্ববিদ্যালয়) অৰ্থনীতিত।

বৃত্তি ঃ সাংবাদিকতা (The Assam Tribune, Guwahati) 1965-67।

শিক্ষকতা (নগাওঁ ছোৱালী কলেজ, নগাওঁ) ১৯৬৭—

প্ৰকাশন ঃ

(১) বন্ধুৰ পথত কেইজনমান ডেকা মানুহ (১৯৭৭), প্ৰকাশিকা, গুৱাহাটী

(২) ভাৰতীয় অৰ্থনীতি (১৯৭৮), গুৱাহাটী বিশ্ববিদ্যালয়

(৩) শুভবাৰ্ত্তা (১৯৮৫), বানী প্ৰকাশ, গুৱাহাটী

(৪) ভাৰতৰ জাতীয় সংস্কৃতি (অনুবাদ, ১৯৯০), জাতীয় পুস্তক ন্যাস, দিল্লী)

(৫) বাঘে টাপুৰ ৰাতি আৰু অন্যান্য কাহিনী, (ষ্টুডেণ্টচ্ ষ্টৰচ্ গুৱাহাটী)

## দেবব্ৰত দাস

ঠিকনা ঃ ৫ বি. এন. দাস লেন (অফ লেম্ব ৰ'ড)

আমবাৰী, গুৱাহাটী ৭৮১০০১

জন্ম ঃ ১৯৫০ চনৰ ৩ জানুৱাৰী

শিক্ষা ঃ ইঞ্জিনিয়াৰিঙৰ স্নাতক

প্ৰকাশন ঃ

(১) গল্প সংকলন চাৰিখন

(২) উপন্যাস দুখন

(৩) উপন্যাসিকা সংকলন ৭ খন

(৪) হিয়াৰ পখিলাবোৰ (দুখন)

## যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

**জন্ম :** ১৯৫০ চন

**শিক্ষা :** কলিয়াবৰ হাইস্কুল,
কটন কলেজ, আনন্দৰাম ঢেকিয়ালফুকন কলেজ,
গুৱাহাটী বিশ্ববিদ্যালয়

**চাকৰি :** বি, এইচ কলেজ, জগন্নাথ বৰুৱা কলেজ, দৈনিক জনমভূমি, নতুন দৈনিক।

**প্ৰকাশিত গ্ৰন্থ :**

**কবিতা সংকলন :** (১) কৃষ্ণংগ কবিৰ কবিতা (অনুবাদ— যুটীয়াভাবে)

(২) একুৰাৰিয়ামত বন্দীমাছ

(৩) টুং পিয়ুৰ কবিতা (অনুবাদ)

**প্ৰবন্ধ সংকলন :** (১) অসমৰ অৰ্থনৈতিক ইতিহাস

(২) অসমৰ সাংস্কৃতিক ইতিহাস

(৩) সন্ত্ৰাস বিদ্ৰোহ বিপ্লৱ

(৪) ম্যুংডুন চুন খাম— এটা সপোনৰ নাম

**উপন্যাস :** (১) কলং নিঃস্ব সুদুৰ

(২) তৃষাগ্নি

## কামাখ্যা সভাপণ্ডিত

**জন্ম :** নাজিৰা, ১৯৩৬, মাৰ্চ।

**শিক্ষা :** নাজিৰা

**কৰ্মস্থান :** আসাম ট্ৰিবিউন প্ৰতিষ্ঠান (গৰীয়সী)

**সাহিত্য-কৰ্ম :** ৩৬ খন পুথি আকাৰে প্ৰকাশিত উপন্যাস, ৩ খন গল্প সংকলন

**সাহিত্যিক পেঞ্চন :** ১৯৯৪।

## প্ৰফুল্ল চন্দ্ৰ বৰা

**জন্ম ঃ** ১৯৪৩ চন।

গল্পকাৰ, ঔপন্যাসিক, জীৱনীকাৰ, প্ৰবন্ধকাৰ-সমালোচক। কিছু কবিতাও লিখিছে। গল্পৰ সংখ্যা এশৰো অধিক।

**প্ৰকাশিত গল্প সংকলন ঃ** (১) সোঁত সলনি হৈছে,

(২) মোৰ দাপোনত, (৩) ৰং সনা মানুহৰ ৰং,

(৪) ডালিম পুখুৰীৰ সংকেত।

**উপন্যাস ঃ** ১। সুৱাগমনি, ২। সুৰীয়া শব্দৰ মায়া, ৩। ছত্ৰভংগ, ৪। ভোগদৈ বালিৰ জোনাক, ৫। নৱ জীৱনৰ পদধ্বনি, ৬। কন্যা আৰু বিভিন্ন আলোচনীত প্ৰকাশিত কেইখনমান ।

**জীৱনী গ্ৰন্থ ঃ—** ১। জীৱন, কবিতা আৰু নৱকান্ত ২। চৈয়দ আব্দুল মালিক— জীৱন আৰু কলা, ৩। বুকুৰ তেজ মুখৰ ভাষা

**সাহিত্য সমালোচনা ঃ** ১। আধুনিক অসমীয়া সাহিত্যত শঙ্কৰদেৱ প্ৰসংগ,

২। অসমীয়া সাহিত্য ঃ আধুনিক যুগ

**ঠিকনা ঃ**

অধ্যাপক, অসমীয়া বিভাগ, দেৰগাঁও কমল দুৱৰা কলেজ,

ডাকঘৰ— দেৰগাঁও - ৭৮৫৬১৪

জিলা ঃ গোলাঘাট (অসম)

## ফুল গোস্বামী

**জন্ম ঃ** ১৯৫০ চন

**শিক্ষা ঃ** এম. এ. (ইংৰাজী) বি. এড.

**বৃত্তি ঃ** শিক্ষকতা

**ঠিকনা ঃ** বিষয় শিক্ষয়িত্ৰী

সোণাৰাম উচ্চতৰ মাধ্যমিক বিদ্যালয়

ভৰলুমুখ গুৱাহাটী।

# জয়ন্ত মাধৱ বৰা

**জন্ম ঃ** ১৯৬০ চন।

**শিক্ষাগত অৰ্হতা ঃ** এম. এছ্-চি., বি. এড.।

**প্ৰকাশিত গ্ৰন্থ ঃ**

(১) অমৃত (অসম সাহিত্য সভাৰ গিৰিধৰ শৰ্মা বঁটা প্ৰাপ্ত উপন্যাস)

(২) যুদ্ধভূমি (গল্প সংকলন)

(৩) ৰত্নদ্বীপ

(৪) বৰ ভয় লাগিছে ( গল্প সংকলন)

**সন্মান ঃ** (১) অসম সাহিত্য সভাৰ গিৰিধৰ শৰ্মা বঁটা লাভ

(২) 'দৈনিক অসম'ৰ উপন্যাস প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ লাভ (১৯৮৮)

(৩) 'দৈনিক জনমভূমি' উপন্যাস প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ লাভ (১৯৮৪)

(৪) ডিফু সাহিত্য সভাৰ গল্প প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ লাভ কৰি মেদিনী বৰদলৈ বঁটা লাভ।

**প্ৰকাশিত ঃ**

(১) তিনিকুৰিতকৈ অধিক গল্প প্ৰকাশ

(২) বাৰখন উপন্যাস

(৩) একাধিক নিবন্ধ

(৪) ডেৰকুৰি কবিতা

(৫) আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰ যোগে তিনিখনকৈ নাটক প্ৰচাৰিত।

(৬) সাংবাদিকৰ অভিজ্ঞতা

(৭) চাৰিখন স্মৃতিগ্ৰন্থ সম্পাদনা